# নল-দময়ন্তী-চৰিত্ৰ।

——:0:——

ডিব্ৰুগড় নিবাসী

শ্ৰীপূৰ্ণকান্ত দেবশৰ্ম্মা ৰচিত।

শ্ৰীশিবনাথ ভট্টাচাৰ্য্য দ্বাৰা প্ৰকাশিত।

ৰিহাবাৰী ( ডিব্ৰুগড় )।

দ্বিতীয় সংস্কৰণ।

যোৰহাট,

দৰ্পণ প্ৰেছত,

শ্ৰীটুনিৰাম শৰ্ম্মা দ্বাৰা ছপা হ'ল।

শক ১৮২৮।

মূল্য ॥ আধলি এটা মাথোন।

# নল-দময়ন্তী-চৰিত্ৰ।



ডিব্ৰুগড় নিবাসী।

শ্ৰীপূৰ্ণকান্ত দেবশৰ্ম্মা ৰচিত।

শ্ৰীশিবনাথ ভট্টাচাৰ্য্য দ্বাৰা প্ৰকাশিত।

ৰিহাবাৰী ( ডিব্ৰুগড় )।

দ্বিতীয় সংস্কৰণ।



যোৰহাট,

দৰ্পণ প্ৰেছত

শ্ৰীটুনিৰাম শৰ্ম্মা দ্বাৰা ছপা হ'ল।




শক ১৮২৮।

মূল্য ॥০ আধলি এটা মাথোন।

# উৎসৰ্গ ।

———:0:———

পৰমাৰাধনীয়

শ্ৰীলশ্ৰীযুক্ত উমাকান্ত দেবশৰ্ম্মা

পিতা দেৱতাৰ শ্ৰীশ্ৰীচৰণকমলযুগলেষু ।

পিতঃ

আপুনি মোক লিখাপঢ়া শিকাবলৈ অশেষ যত্ন কৰিলে কিন্তু "পূৰ্ব্বজন্মনি যা বিদ্যা পূৰ্ব্বজন্মনি যদ্ধনং পূৰ্ব্বজন্মনি যা কন্যা অগ্রে ধাবতি ধাবতি" পূৰ্ব্বজন্মৰ প্ৰাক্তনৰ ফলেই হক বা আন কোনো কাৰণেই হক মই শ্ৰীশ্ৰীচৰণৰ আশানুৰূপ বিদ্যা উপাৰ্জ্জন কৰিব নোৱাৰিলোঁ। শ্ৰীশ্ৰীচৰণে যে মোৰ বিদ্যা শিক্ষাৰ বিষয়ে শৈথিল্য প্ৰকাশ বা যত্নৰ ত্ৰুটী কৰা নাই, এই কথাটীৰ চিন ৰাখিবৰ কাৰণে এই "নল-চৰিত্ৰ" পুথিখনি পদ-ছন্দেৰে লিখি শ্ৰীশ্ৰীচৰণৰ কৰকমলত অৰ্পণ কৰিলো। ইতি

ডিব্ৰুগড়,
অপৰ আসাম ।
শক ১৮১১ ।
১ কাৰ্ত্তিক ।

আশীৰ্ব্বাদাকাঙ্ক্ষী,
সেবক শ্ৰীপূৰ্ণকান্ত দেবশৰ্ম্মা ।

# মুখপাত ।

প্ৰায় চাৰি পাঁচ শ , বচৰৰ পূৰ্ব্বে শঙ্কৰদেৱ, ৰাম সৰস্বতী, অনন্ত কন্দলী আদি মাহাত্মা সকলে ভাগৱত, মহাভাৰত আদি অসমীয়া ভাষাৰে ভাঙ্গি অনেক পদ পুথি ৰচনা কৰি গৈছে কিন্তু আসামত এই দীৰ্ঘকালৰ ভিতৰত ভাষাৰ অনেক পৰিবৰ্ত্তন হৈছে এতেকে মই বহু যত্নেৰে এই পদ পুথি খনি ৰচনা কৰিলো। ইয়াত পদৰ অমিল, ভাষাৰ কঠোৰতা প্ৰভৃতি অনেক দোষ থাকিব পাৰে, স্বদেশহিতৈষী মহোদয় সকলে অনুগ্ৰহ কৰি এই পুথিত যি বিলাক ভ্ৰম প্ৰমাদ আছে তাক দেখুৱাই দিলে তেঁও বিলাকৰ ওচৰত কৃতজ্ঞতা পাশত বন্ধা থাকিম ।

এই পুথি খনি শ্ৰীযুত শিবনাথ ভট্টাচাৰ্য্য মহাশয়ে এবাৰ আত্মোপান্ত পঢ়ি বৰ্ণাশুদ্ধি বিষয়ত মোক যথেষ্ট সহায় কৰিলে সেই কাৰণে মুক্তকণ্ঠে তেঁওৰ সলাগ ললো। ইতি।

ডিব্ৰুগড়,
শক ১৮১১, ১ কাৰ্ত্তিক।

শ্ৰীপূৰ্ণকান্ত শৰ্ম্মা ।

## প্ৰকাশকৰ কথা।

এই নল দময়ন্তীৰ-চৰিত্ৰ পুথিখনী ডিব্ৰুগড় নিবাসী শ্ৰীযুক্ত পূৰ্ণকান্ত শৰ্ম্মা ডাঙ্গৰীয়াব লেখনী প্ৰসূত।

আমি উক্ত মহাত্মাব আদেশ ক্ৰমে এই পুথিৰ এটা তাঙ্গৰণ মাত্ৰ প্ৰকাশ কৰিবলৈ আগ বাঢ়িলোঁ। পুথিৰ সমুদায় স্বত্ব গ্ৰন্থ কৰ্ত্তাৰেই থাকিল।

যোৰহাট,
গবৰ্ণমেণ্ট মডেল স্কুল,
শঁক ১৮২৮ কাৰ্ত্তিক।

শ্ৰীশিবনাথ ভট্টাচাৰ্য্য
হেড পণ্ডিত।

তলত নাম লিখা পুথি বিলাক আমাৰ নিজ দোকান ডিব্রুগড় ভট্টাচাৰ্য্য এজেন্সীত পাব অথবা আমাৰ বৰ্ত্তমান থকা ঠাই যোৰহাট বুলি লিখিলেও পাব।

| | | | |
|---|---|---|---|
| সৰব জ্ঞান | ... | ... | ॥০ |
| বভ্রুবাহ্ পৰ্ব্ব | ... | ... | ॥০ |
| অনাদি পাতন | ... | ... | ॥০ |
| নল-দময়ন্তী চৰিত্ৰ | ... | ... | ॥০ |
| কৰ্ণ পৰ্ব্ব | ... | ... | ॥০ |
| কুমাৰ হৰণ | ... | ... | ॥০ |
| নাম ঘোষা | ... | ... | ॥০ |
| বলীছলন | ... | ... | ॥০ |

এই ৰকম সকলো পুথি আমাৰ হাতত আছে, যাকে যিহকে লাগে লিখিলেই পাব সন্দেহ নাই। অধিক পুথি একেবাৰে নিলে কিছু এৰিও দিব পাৰি। তলত লিখা দুটা ঠিকনাৰ যেই সেই এটা ঠিকনালৈ পত্ৰ দিলেই পাব।

(১) শ্ৰীশিবনাথ ভট্টাচাৰ্য্য বিহাবাৰী ডাকঘৰ।

(২) শ্ৰীশিবনাথ ভট্টাচাৰ্য্য যোৰহাট ডাকঘৰ।

# সূচী।

—:0:—

| বিষয় । | | পৃষ্ঠা । |
|---|---|---|



# নল-দময়ন্তীৰ চৰিত্ৰ।

শ্ৰীশ্ৰীকৃষ্ণায় নমঃ।

---:():---

## বন্দনা।

পদ। প্ৰণামোহো নাৰায়ণ দেৱ ভগবান।
অনাদি অনন্ত ব্ৰহ্মৰূপী সনাতন॥
নৱ দূৰ্ব্বাদল সম শ্যাম কলেৱৰ।
কটিত শোভয় যাৰ শ্ৰী পীতাম্বৰ॥
শ্ৰীবৎস কৌস্তুভ বক্ষে গলে বনমালা।
কেশ পাশ শোভে যেন কাদম্বিনী বালা॥

মৃণাল সদৃশ সুকোমল ভুজ চাৰি ।
শঙ্খ, চক্ৰ, গদা, পদ্ম তাহে আছে ধৰি
ব্ৰহ্মা ৰূপ ধৰি প্ৰজা কৰয় সৃজন ।
বিষ্ণু ৰূপে জগতক কৰয় পালন ॥
ৰুদ্ৰ ৰূপে সংহাৰ কৰয় ত্ৰিভুবন ।
হেন হৰি চৰণক কৰিয়া বন্দন ॥
সৰস্বতী আইক প্ৰণমি দণ্ডৱতে ।
হৰগৌৰী চৰণ বন্দিয়া যথোচিতে ॥
পুণ্য শ্লোক নলৰ আখ্যানে দিলো মন
বোলা ৰাম ৰাম পাপ হওক পতন ॥

## বিৰসেনৰ শিৱ আৰাধনা ।

পদ । নৈষধ নামত এক আছয় নগৰ ।
বীৰসেন নামে তৈত বঞ্চে নৃপবৰ ॥
মহন্ত জনৰ বন্ধু অতি গুণ ধাম ।
পুত্ৰৱতে পালে প্ৰজা দুষ্ট জন যম ॥
যুবকাল গৈল তান নভৈল সন্ততি ।
কায়মনোবাক্যে ৰাজা পূজে পশুপতি ॥
তাহান পূজাত তুষ্ট ভৈলেক শঙ্কৰ ।
সাক্ষাত হুইয়া বোলে মাগা ইষ্টবৰ ॥

তোৰ ভকতিত মই ভৈলোহো সন্তোষ ।
যিবা বৰ লাগে তই লহ মোৰ পাশ ॥

বীৰসেন বোলে তেবে যুড়ি দুই কৰ ।
আন একো নলাগয় মাগো পুত্র বৰ ॥

ৰূপৱন্ত গুণৱন্ত হুইবে সন্তান ।
ধার্ম্মিক বুলিয়া লোকে কৰিব ব্যাখ্যান ॥

তুষ্ট ভৈলা সদাশিৱ দিলা সেহি বৰ ।
বৃষভত চড়ি গৈলা কৈলাশ শিখৰ ॥

বৰ পায়া আনন্দিত ৰাজা ৰাজ্যেশ্বৰ ।
দান যজ্ঞ কর্ম্মক কৰয় নিৰন্তৰ ॥

## জয়ৎসেনৰ অভিশাপ ।

পদ ; আত অনন্তৰ কথা আতি বিতোপন ।
মন দিয়া শুনা আবে নল কোন জন ॥
জয়ৎসেন নামে এক কুবেৰ সন্ততি ।
তাহান ঘৰিণী চন্দ্রমলা ৰূপৱতী ॥
ভার্য্যাৰ সহিতে যক্ষে চাপিয়া বিমান ।
মহাৰঙ্গ মনে চুয়ো ফুৰে স্থানে স্থান ॥
কাননৰ শোভা কৈতে শক্তি আছে কাৰ ।
ফলফুলে জকমক কৰে জাতিস্কাৰ ॥
জাতি যুতি চম্পা আদি ফুল অগণন ।
ফুলি আছে থানে থানে কি কৈবো কথন ।

ফুলৰ গন্ধত মত্ত মধুকৰগণ ।
গুঞ্জৰিয়া পুনঃ পুনঃ মধু কৰে পান ॥
ডালত বসিয়া কুলি সুললীত ৰৱে ।
সুমধুৰ গান প্ৰিয়া সমে বসি গাৱে ॥
তাৰ মাজে আছে এক দিব্য সৰোবৰ ।
ৰাজহংসগণ তৈতে ক্ৰীড়ে নিৰন্তৰ ॥
একলে ভ্ৰময় যক্ষে সঙ্গত যুবতী ।
মদনৰ শৰত দগধ ভৈলা আতি ॥
আপোনাক পাসৰিলা নাহিকে চেতন ।
পত্নীক ধৰিয়া বলে কৰে আলিঙ্গন ॥
চন্দ্ৰমলা বোলে প্ৰভু ক্ষমিয়ো আমাক ।
শিৱৰ কানন এহি দেৱে ডৰে যাক ॥
ইথানত পাপকৰ্ম্ম নহৱে যুগুত ।
হেন জানি এৰা মোক কুবেৰৰ পুত ॥
জয়ৎসেন বোলে বান্ধে ৰাখা মোৰ প্ৰাণ ।
চৰণত ধৰো মই দিয়া আলিঙ্গন ॥
কামে বিমোহিত হুয়া যক্ষৰ তনয় ।
বলে ধৰি মূঢ়মতি ভাৰ্য্যাক ৰময় ॥
দৈবৰ নিৰ্ব্বন্ধ কোনে কৰিব খণ্ডন ।
হেন কালে আসিলা পাৰ্ব্বতী ত্ৰিলোচন ॥
দেখিয়া যক্ষৰ কাৰ্য্য দেৱ পশুপতি ।
কহিবে লাগিলা হুয়া আতি ক্ৰোধমতি ॥

শুন মূঢ় জয়ৎসেন কুবেৰৰ সুত।
ইথানৰ যোগ্য তই নোহ কদাচিত॥
পৃথিবীত গৈয়া আৰে লৈয়োক জনম।
তৈত গৈয়া চৰিতাৰ্থ কৰা তুমি কাম॥
শিৱক দেখিয়া যক্ষে পাইলা চেতন॥
কান্দিবে লাগিলা তান ধৰিয়া চৰণ॥
কৃপা কৰা মহাদেৱ অগতিৰ গতি।
ক্ষমা মোৰ দোষ প্ৰভু দেৱ পশুপতি॥
বালকৰ অপৰাধ পিতা নধৰয়।
অল্প দোষে গুৰুদণ্ড উচিত নহয়॥
দেবীৰ পাশক গৈয়া পাছে দুয়োজন।
চৰণত পৰি কান্দে হুয়া অচেতন॥
পিতা যদি কষ্ট সুতে হোৱে কদাচিত।
জননী নকৰে ক্ৰোধ জানোহো নিশ্চিত॥
সি দুইৰ দুঃখে দেবী দুঃখিতা হুইলা
দয়া কৰি মহামায়া বুলিবে লাগিলা॥
শুন চন্দ্ৰমলা তই কুবেৰ বহাৰী।
নকান্দ নকান্দ আৰু নোহে দুঃখ ভাৰী॥
শিৱৰ অমোঘ বাক নাৰো খণ্ডিবাক।
পৃথিবীত জনম হুইবে লভিবাক॥
জয়ৎসেন হুইবেক ৰাজ্য অধিপতি।
মহাসুখে বঞ্চা তেতে লভি নিজপতি॥

মোৰ ব্ৰত গৈয়া তৈতে কৰাহা প্ৰকাশ ।
নকৰিবা ভয় তুমি কৰিলো আশ্বাস ॥
ক্ষণেকতে স্বৰ্গ ভ্ৰষ্ট হুই দুই জন ।
কৈলাশৰ হন্তে মৰ্ত্ত্যে কৰিলা গমন ॥

———:():———

## নলৰ জন্ম ।

নৈষধত বীৰপত্নী সুমতী সুৰাগী ।
শুদ্ধ চিতে সেৱে স্বামী হুৱা অনুৰাগী ॥
কতো দিনান্তৰে ৰাণী ভৈলা গভৱতা ।
তাহাঙ্ক দেখিয়া মহাসুখী নৰপতি ॥
সোহি গৰ্ভে জয়ৎসেন প্ৰবেশ কৰিলা ।
দিনে দিনে বাঢ়ে গৰ্ভ যেন চন্দ্ৰকলা ॥
যতেক সদ্‌কৰ্ম্ম ৰাজা আচৰে আপোনে ।
দান যজ্ঞ আদি কৰ্ম্ম কৰে দিনে দিনে ॥
পঞ্চমাস যেবে আসি উপস্থিত ভৈলা ।
ৰাণীৰ মুখত তেবে পঞ্চামৃত দিলা ॥
নয়মাস কাল আসি ভৈলেক যখন ।
ভাত পিঠা খুৱাইলা মিলি নাৰীগণ ॥
দশমাস দশদিন ভৈল সম্পূৰণ ।
প্ৰসৱিলা ৰাণী এক পুত্ৰ বিতোপন ॥
বাৰ্ত্তা শুনি নৰপতি আনন্দিত মন ।
ব্ৰাহ্মণক দিলা ৰাজা বহু ৰত্ন ধন ॥

আশীৰ্ব্বাদ কৰি চলি গৈল দ্বিজ গণ ।
ভাৱে ভাৱে মৎস্য ৰাজা কৰিলেক দান ॥
জাত কৰ্ম্ম ষষ্ঠীযাগ কৰি সমাপন ।
গণক বাইলুঙ্গ আনি কৰাইল গণন ॥
গণি পিটি চাই সবে বুলিলা ৰাজাক ।
শুনা আবে মহাৰাজ কহিলো তোমাক ॥
মহা পুণ্যবান হুইবে তোমাৰ নন্দৰ ।
চক্ৰবৰ্ত্তী ৰাজা হুই শাসিব ভুবন ॥
মহা গুণবান হুইব অপ্ৰমিত বল ।
ৰাখিবে ইহ ৰ নাম পুণ শ্লোক নল ॥
দিনে দিনে যুবৰাজ হোৱে গুণান্বিত ।
দেখি ৰাজাৰাণী ভৈলা অতি হৰষিত ॥
পাত্ৰ মন্ত্ৰী আনি বীৰসেন নৰপতি ।
পুত্ৰক পাতিলা ৰাজা আনন্দিত মতি ॥
কতো দিনান্তৰে ৰাজা তজি গৃহ সুখ ।
কাশীত প্ৰবেশে হুয়া সংসাৰে বিমুখ
দিনকত কাশীবাস কৰি নৃপবৰ ।
স্বৰ্গত চলিলা ৰাজা ত্যজি কলেৱৰ ॥
সতীগৈলা ৰাজৰাণী স্বামীৰ সহিতে ।
নলগৈয়া শ্ৰাদ্ধ শান্তি কৰিলা তহিতে ॥
বিদভ নগৰে ভাম নামে নৰপতি ।
তান পত্নী সুমতী সে অতি গুণৱতী ॥

চন্দ্রমালা জনমিলা তাহাৰ গৰ্ভত ।
দয়মন্তী নামে তেহোঁ ভৈলাহা বেকত ॥
দুই স্থানে দুই জনা বাঢ়ে দিনে দিনে ।
দৈবৰ নির্ব্বন্ধ কাকো কেওঁৱে নাহি চিনে ॥
নলৰ জনম কথা অপূৰ্ব্ব কাহিনী ।
ভণিলা শ্রীপূর্ণকান্তে সেবিয়া ভৱানী ॥
যিবা পঢ়ে যিবা শুনে ইটো উপাখ্যান ।
ধনে ধান্যে পুত্ত্রে পৌত্ত্রে বাঢ়ে অনুক্ষণ ॥

———:0:———

## নলৰ স্বপ্ন দর্শন ।

নৈষধ নগৰে ৰাজা পুণ্যশ্লোক নল ।
সত্যবাদী জিতেন্দ্রিয় দেহা সুকোমল ॥
নাহিকে পাপৰ লেশ ধৰ্ম্ম কৰ্ম্মে ৰতি ।
পুত্রৱতে প্রজাক পালয় নৰপতি ॥
একদিনা ৰাত্রি যোগে শুতিয়া আছন্ত ।
ভীমৰ কন্যাক ৰাজা দেখে সপোনত ॥
অপৰূপ ৰূপ তাৰ দেহ মনোলোভা ।
মুখ বিনিন্দিত তাৰ পূর্ণচন্দ্র আভা ॥
বিজুলি চমক যেন শৰীৰৰ কান্তি ।
দালিমৰ গুটীসম দন্তৰ পংকতি ॥

কৰীকৰ সম উৰু নিতম্ব বহল।
খামোচত লুকাই তাৰ সুন্দৰ কঙ্কাল॥
বুকত শোভয় তাৰ পীন পয়োধৰ।
কামে উত্ৰাৱল নল বানে মদনৰ॥
বিহাৰ কৰয় নল তাহাৰ সহিত।
নিদ্ৰাভঙ্গে উঠে ৰাজা হুয়া চমকিত॥
ভাবিবে লাগিলা কিবা দেখিলোহো ময়।
কৈত আছে দময়ন্তী নাহিকে নিশ্চয়॥
কৈত গৈলা বান্ধে মোক এড়ি এতিক্ষণ।
তোমাৰ বিহনে পুড়ি মৰো অনুক্ষণ।
কতদিনে কেনমতে তোৰ লাগ পাওঁ॥
স্থিৰ হুয়া কাহানিনো প্ৰাণক জুড়াওঁ।
চিন্তাত মগন নল বিকল শৰীৰ।
দহি মদনৰ বানে কৰিলা অস্থিৰ॥

——:():——

## নলৰ উপবন ভ্ৰমণ আৰু হংসৰে সাক্ষাৎ।

হেনমতে দিনকত অতিপাত ভৈলা।
একদিনা নৰপতি উদ্যানক গৈলা॥
নানা জাতি ফল ফুলে উদ্যানক শোভে।
গুঞ্জৰিয়া মধুকৰে লড়ে মধু লোভে॥
আতি সুগন্ধিত বহে মলয়াৰ বাও।
জল ক্ৰীড়া কৰি ৰাজ হংসে কাঢ়ে ৰাও॥

পকা আম খাই কুলি সুললীত গাবে।
দেখি শুনি বিমোহিত নল কাম ভাবে
হংস এক দেখি ৰাজা পুলকিত মন।
ৰঙ্গাময় ঠোট খানি পখী কেছা সোণ ॥
অনেক প্ৰবন্ধে ৰাজা হংসক ধৰিলা।
অতি ৰঙ্গমনে ৰাজা কহিবে লাগিলা
শুনা ৰাজহংস কহো প্ৰতিজ্ঞা কৰিয়া।
সুবৰ্ণ পিঞ্জৰে তোক ৰাখিবো ভৰিয়া ॥
নিত্যে নিত্যে মিষ্টান্নক ভোজন কৰাইবো।
ভাল হংসী আনি তোক মই বিভা দিবো ॥
ৰাজাৰ বাক্যত হংসে গণিলা প্ৰমাদ।
মিনতি কৰিয়া তেবে লগাইলেক মাত ॥
এড়াহা আমাক ৰাজা কৰোহো কাকুতি।
বহু পোষ্যবৰ্গ মোৰ মই পক্ষীজাতী ॥
বুঢ়া বাপ মাব মোৰ গতি শক্তি হীন।
অবলা পোৱাঁতী ভাৰ্য্যা দেহা অতি ক্ষীণ ॥
খুটী খাব নপাৰয় দুগুটী চৰাল।
মোৰ অবিহনে অতি বাঢ়িব জঞ্জাল ॥
এতেকে নবধা মোক তুমি পুণ্যবান।
এড়িদিয়া যাওঁ মই আপোনাৰ স্থান ॥
দেখিয়া সুবৰ্ণ পাখী যদি বধা পাছে।
তোমাৰ ভণ্ডাৰে স্বৰ্ণ অসংখ্যাত আছে ॥

সসাগৰা পৃথিবী তোমাৰ অধিকাৰ ।
স্বৰ্ণ পাখীয়েনো কি সাধিব উপকাৰ ॥
বিপদে শৰণাগত ভৈলোহো তোমাৰ ।
ৰাখা প্ৰাণ মই সাধিবোহো উপকাৰ ॥
বিদৰ্ভত আছে কন্যা দময়ন্তী সতী ।
ইন্দ্ৰৰ ইন্দ্ৰানী কিংবা মদনৰ ৰতী ॥
তাহাৰ ৰূপৰ তুল্য নোহে কোন জনা ।
কহিলো স্বৰূপ বাক্য ৰাজা তুমি শুনা ॥
তাৰ ফুলনাত মোৰ গতায়াত আছে ।
তোমাৰ ৰূপৰ কথা কৈবো তাৰ কাছে ॥

———:():———

## দময়ন্তীৰ ৰূপ বৰ্ণনা ।

ছবি ।

শুনা তুমি ভূপ, দময়ন্তী ৰূপ,
মদনো মোহক যায় ।
দেখি তাৰ দেহা, যোগায়ো তৰধ,
সুৰলীত তাৰ কায় ॥
মুখ পূৰ্ণশশী, অধৰত হাঁসি,
বাক্য তাৰ সুধাময় ।
ভ্ৰুৰ কামধনু, কামে দহে তনু,
কান্তি তাৰ হেমময় ॥

খোপাৰ ওপৰে, মালতীৰ চাকি,
মেঘত বিজুলি যেন ।
দশন মুকুতা, নাসা তিল ফুল,
মোহ যান্ত দেৱগণ ॥
নবীন যৌবনা, সুন্দৰী ললনা,
মৃণাল সদৃশ ভুজ ।
তাহাৰ মূলত, যুগল দাড়িম্ব
প্ৰস্ফুটিত কৰাম্বুজ ॥
নাভী সৰোবৰ, অত্যন্ত গভীৰ,
কিবা তাৰ ক্ষীণ মাঝ ।
দেখন্তে নৃপতি, বিতোপন আতি,
দেখি সিংহে পায় লাজ ॥
জঘন সুন্দৰ, দেখিয়া তাহাৰ ।
ধূলামগ্ন কৰাবৰ ।
গজেন্দ্ৰ গমন, দেখি ৰাজ-হংস
জলত ঢাকে শৰীৰ ॥

পদ । হংস মুখে শুনি ৰাজা এতেক ভাৰতী ।
দময়ন্তী চিন্তাত মগন ভৈলা আতি ॥
হংসৰ বচন সত্য জানিলো নিশ্চয় ।
কেন মতে পাওঁ তাইক ভাবে মহাশয় ॥
কহিতে লাগিলা হংসে হুইয়া ব্যাকুল ।
যোৱা পক্ষীৰাজ তুমি ভৈলোহো আকুল ॥

ভীমৰ কন্যাক মোৰ কথাক কহিবা।
প্ৰত্যুত্তৰ যিদ' দিয়ে বাতৰি আনিবা॥
এহি উপকাৰ হংস কৰাহা আমাত।
বন্দী হুয়া ৰৈবো মই তোমাৰ গুণত॥
হংসে বোলে নৰপতি নিচিন্তিবা আন।
সত্যে সত্যে মই মিলাইবোহো দুইজন॥
প্ৰতিজ্ঞা শুনিয়া নল হংসক তাজিলা।
বিমানত উড়ি হংসে গমন কৰিলা॥

---

## দময়ন্তীৰ উপবন ভ্ৰমণ আৰু হংসেৰে সাক্ষাৎ।

পদ। একদিনা দময়ন্তী সখীগণ সঙ্গে।
উপবনে ভ্ৰমণ কৰয় অতি ৰঙ্গে॥
টোপোলা টোপোলে ফুল কৰি আহৰণ।
মলা চাকী গান্থে সুখে অতি বিতোপন॥
বিহাৰ আঞ্চলে কোনো জনী তোলে ফুল।
কোনোজনি খোচানাত আনয় বকুল॥
কোনোজনী তোলে ফুল অশোক সুন্দৰ।
মালতীক তোলে কেহো আনন্দে বিভোৰ॥
কোনোজনী সখীয়ে বা লয় নাস কৰি।
ভীমৰ কন্যাক চম্পা পিন্ধাই খোপাভৰি॥

হেন মতে দময়ন্তী ভ্ৰময় কাননে ॥
উপনীত ভৈলা হংস তাহাৰ সদনে ।
স্বৰ্ণময় পক্ষী গোটা দেখি ৰাজবালা ॥
ধৰিবাক লাগি পাছে ক্ষণেকে ধাইলা ।
পাকন্ত ঘূৰয় হংস ধৰা নাহি দেয় ।
ছেগচাই ফুৰে কন্যা পাছক নেড়য় ॥
জেটেলু পকাগে তাইৰ আছুৰিল গাব্র ।
উলুকিচিকায়ে বহু বিন্ধিলেক পাব্র ॥
চেঙেৰা পথৰা গাব্র ভৈলেক তাহাৰ ।
তথাপিতো খেদে হংসে নাহিকে ভাগৰ ॥
প্ৰচণ্ড ৰৌদ্ৰত আতি ক্লান্ত কলেৱৰ ।
ঘৰ্ম্ম বহি যায় তাইৰ যুড়িয়া শৰীৰ ॥
ক্লান্ত ভৈলা ৰাজসুতা নাহি বল বুদ্ধি ।
দেখি হংসে বুলিলেক কন্যাক সম্বোধি ॥
শুনা গুণৱতী কন্যা কহো হিতবাণী ।
কি কাৰণে পৰিশ্ৰম কৰাহা আপুনি ॥
পক্ষীজাতি হও মোক ধৰা কি কাৰণ ।
নলক ধৰিবে লাগি চিন্তাহা এখন ॥
তোমাৰ ৰূপৰ যোগ্য নল মহামতি ।
তাহাঙ্ক বৰাহা তুমি কৰি নিজ পতি ॥
কন্দৰ্প জিনিয়া ৰূপ গুণে গুণবান ।
নলৰ সদৃশ কেহো নাহিকে সুঠান ॥

তোমাৰ ভাগ্যত যদি পতি হোৱে নল।
তেবেসে জানিবা তোৰ যৌবন সফল॥
হংস মুখে শুনি কন্যা এতেক কাহিনী।
কন্দৰ্পে বিন্ধিলে তাইক ফুলশৰ হানি॥
প্ৰকাশিল নলৰূপ হৃদয়ৰ মাজে।
কাকুতি মিনতি কৰি কহে হংসৰাজে॥
কি কহিলা হংসৰাজ কহা পুনৰ্ব্বাৰ।
সেহিৰূপ শুনি মই ভৈলোহো অস্থিৰ॥
অকস্মাত তোৰ মুখে তান কথা শুনি।
চঞ্চল ভৈলেক আবে মোৰ জীৱ খানি॥
নিশ্চয়ে জানিলো মোৰ পতি সেহি জন।
মিলনং কৰোৱা পক্ষী লইলো শৰণ॥
কটকী হুইয়া মোৰ যাহা এতিক্ষণ।
মোৰ কথা তৈত গৈয়া কৰাহা বৰ্ণন।
তোমাক কৰিয়া সাক্ষী কৰিলোহো পণ।
সমৰ্পিলো নল পদে আমাৰ যৌবন॥
নল মোৰ প্ৰাণ ধন নল মোৰ পতি।
পুণ্য শ্লোক নল বিনে নাহি মোৰ গতি॥
নলক নপাওঁ যদি ত্যজিবো শৰীৰ।
সত্যে সত্যে কহো মই এই কথা স্থিৰ॥
ইন্দ্ৰ চন্দ্ৰ আদি দেৱে নাহি মোৰ মতি।
নলক ভজিলো মই নল প্ৰাণ পতি॥

হংসে বোলে কন্যা তুমি স্থিৰ কৰা মতি ।
নলক পাইবা তুমি পূজা ভগৱতী ॥
প্ৰবোধি কন্যাক হংস বিমানত চড়ি ॥
নলৰ সমীপে তেৱে চলি গৈলা উড়ি ।

——:*:-

# দময়ন্তীৰ বিৰহ আৰু বসন্ত বৰ্ণনা

পদ । হংস মুখে শুনি কন্যা নলৰ কাহিনী ।
একচিত্ত মনে তাঙ্ক ধিয়াইলা ধনী ॥
মদনৰ বানে তাইক দহয় সঘনে ।
ভাত পানী মুকচয় কান্দে ৰাত্ৰি দিনে ॥
ফুকাৰিয়া কান্দিবাক নপাৰয় ধনী ।
হিয়াত জাগিছে সদা নলৰূপ খানি ॥
শয়নে সপোনে কন্যা নলক দেখয় ।
নলেসে জপৰ মালা বুলিয়া জানয় ॥
কেনমতে পাওঁ নলে চিন্তয় সততে ।
থাকি থাকি দময়ন্তী নল বুলি মাতে ॥
ভৈলেক বসন্ত দেৱ উদয় ভূমিতে ।
শীতক যে অন্ত তেহো কৰিবাক হন্তে ॥
ইকথা শুনিয়া বীৰ শীত মহাবল ।
সাজিয়া আসিলা লৈয়া নিজ দলবল ॥
বসন্তৰ সেনাপতি হোৱে কামদেৱ ।
শৰাসনে যুড়ি শৰ সমৰ কৰয় ॥

আম জামু কঠাল যে কদম্ব বকুল ।
শেল শূল ধৰি কৰে শীতক আকুল ॥
জাতি যুতি গুটীমালী আদি বীৰগণ ।
নাগেশ্বৰ গোলাপ মল্লিকা অগণন ॥
মাৰো মাৰো শব্দ কৰি চতুৰ্দ্দিশে ধায় ।
শীতৰ যতেক বীৰ লড়িয়া পলায় ॥
বসন্তৰ জয় দেখি মলয়া পবন ।
ঘৰে ঘৰে সমাচাৰ দিলা তেতিক্ষণ ॥
বসন্তৰ আগমন দেখি পিকচয় ।
বৃক্ষ ডালে বসি গীত মধুৰ গাৱয় ॥
মধুপানে মত্ত হুয়া উদ্যান ভিতৰে ।
গুণ গুণ ৰবে গান গাৱে মধুকৰে ॥
হুইলে কামৰ বশ ঘটয় জঞ্জাল ।
ভৈলেক ব্যাকুল কন্যা বসন্তৰ কাল ।
সত্যব্ৰতী চন্দ্ৰকলা আৰু ৰত্নাব্ৰতী ।
জয়াব্ৰতী আদি চাৰি সঙ্গত যুবতী ॥
উদ্যানৰ মাঝে সবে কাৰিলা প্ৰবেশ ।
অগনি জ্বলয় দেহে মদনে আবেশ ॥
মল্লিকা মাধৈমালতী যুতি জবা ফুটে ।
বিৰহিনী দময়ন্তী কাম শৰে টুটে ॥
পাগলিনী দময়ন্তী লগাইলেক মাত ।
শুনাহা কেতকী ৰাই কামৰ কৰাত ॥

কণ্টকে লিপিত দেহা আতিকে নিষ্ঠুৰ ।
তোমাত নাহিকে মধুগন্ধ বহুদূৰ ॥
চম্পাৰ কলিকা তুমি মদনৰ শূল ।
বিৰহীক বধিবে তুমিসে আদি মূল ॥
এহিমতে বিনাই কন্যা কাননে ভ্ৰময় ।
সহচৰীগণে আসি ধৰিয়া বৈসায় ॥
সত্যব্ৰতী বোলে সখি মোক দিয়া মাত ।
কি ভৈল তোমাৰ আজি কহিয়ো আমাত ॥
লাজে দময়ন্তী একো কথা নকহয় ।
বুঝি সখীগণ মিলি ৰাণীক বোলয় ॥
শুনা শুনা ৰাজৰাণী বেজাৰৰ কথা ।
চক্ষু মেলি দেখা আই দমইৰ অৱস্থা ॥
গাভৰু ভৈলেক কন্যা নিদিয়া বিবাহ ।
কেনমতে সহা প্ৰাণে নাহি কিছু স্নেহ ।
গুণৱতী দময়ন্তী লাজত নোবোলে ॥
হিয়াত সন্ততে তাৰ কাম বহ্নি জ্বলে ।
তাম্বুলী ফড়িঙ্গ যেন দময়ন্তী সতা ।
চিন্তাত সুখাই কৃষ্ণবৰ্ণ ভৈলা আতি ॥
নাহিকে গাভৰুগাড়ী শৰীৰে তোমাৰ ।
তথাপিতো নেড়া তুমি সঙ্গক ৰাজাৰ ॥
কিনো বিপৰীত ভৈলা কালৰ লক্ষণ ।
আপোন জীয়াৰী সুখে মাৰৰ নাহি মন ॥

ৰাণী বোলে সখীগণ বিহিত যি হয় ।
নিশ্চয়ে কৰিবো দিহা নকৰা সংশয় ॥
পূৰ্ণকান্তে বোলে সখি নকৰিবা চিন্তা ।
দময়ন্তী যোগ্য পতি স্রজি আছে ধাতা ॥

———:0:———

## দময়ন্তীৰ স্বয়ম্বৰ উদ্যোগ ।

দিন অৱসানে ভীমসেন নৰপতি ।
ৰাজকাৰ্য্য এড়ি পূৰে আইলা মহামতি ॥
ষোড়শ ব্যঞ্জনে ৰাজা কৰিয়া ভোজন ।
সুবৰ্ণ পালঙ্গে গৈয়া কৰিলা শয়ন ॥
খুৰিয়া তাম্বুল ৰাণী যোগাইলা আসি ।
চৰণ সেবিবে লৈলা শয্যা পাশে বসি ॥
কহিবে লাগিলা ৰাণী বিৰস বদন ।
শুনা শুনা নৰপতি আমাৰ বচন ॥
ভৈলেক গাভৰু মোৰ দময়ন্তী জীয় ।
বিহাৰ কাৰণে তাইৰ নিচিন্তাহা কিয় ॥
শতপুত্র সমকন্যা বোলে জ্ঞানী গণ ।
সুপাত্রত কালে কন্যা যদি কৰে দান ॥
আঠ বছৰীয়া কন্যা গৌৰীৰ সমান ।
পিতৃলোকে পায়ে স্থান যদি কৰে দান ॥

নবমে ৰোহিণী কন্যা যিবা কৰে দান ।
অন্তকালে পাৱে সিটো বিষ্ণু পদে স্থান ॥
পিতৃলোকে পাৱে জল দশমী কন্যাত ।
আত পৰে ৰজস্বলা জানাহা নিশ্চিত ॥
কেনুয়া সাহসে তুমি আছা হুই স্থিৰ ।
যৌবন দেখিয়া মোৰ দময়ন্তী জীৰ ॥
ৰাজা বোলে ৰাণী তুমি শুনা মই কওঁ ।
দময়ন্তী যোগ্য বৰ বিচাৰি নপাওঁ ॥
চিন্তাত অস্থিৰ মই শুনা প্ৰাণেশ্বৰী ।
যোগ্য বৰ পাইলে বিহা দিবো আজি ধৰি ॥
গাভৰু দেখিয়া কন্যা ভীম নৰপতি ।
কৈতনো বিবাহ দিবে চিন্তাকুল আতি ॥
স্বয়ম্বৰ পাতিবাক স্থিৰ কৰি মন ।
দেশে দেশে নিমন্ত্ৰণী পঠাইলা ৰাজন ॥
কটকী খাউন্দ আৰু বৈৰাগীৰ ঝাক ।
পঠাইলা স্থানে স্থানে ৰাজাৰ সভাক ॥
অঙ্গ বঙ্গ কলিঙ্গ সিংহল কুৰুক্ষেত্ৰ ।
কাশী কাঞ্চী পাঞ্চাল নগৰ সুপবিত্ৰ ॥
কামৰূপ কেকয় কৌশল্য মেকাম্বৰ ।
হেড়ম্বৰ হৰিদ্বাৰ হস্তিনা নগৰ ॥
গোকুল উৎকল তুষ্ট জঙ্গন পটল ।
অযোধ্যা অম্বিকা আৰু অৱন্তী ঘাটল ॥

দ্রবিড় দ্রাবিড় ৰাঢ় আৰু মিথিলায়।
নন্দীগ্রাম নৈষেধ নৈমেষ দেশে যায়॥
নিমন্ত্রণী পত্র পায়া যত ৰাজাগণ।
বিদর্ভ নগৰে সবে কৰিলা গমন।
দময়ন্তী অর্থে নল সততে ভাবিত॥
হেনকালে স্বয়ম্বৰ পত্র উপস্থিত।

———:0:———

## নলৰ বিদর্ভ যাত্রা।

পত্র পায়া নল ৰাজা ভৈলাহা আতুৰ।
মাসেকৰ পথ হোৱে বিদর্ভ নগৰ॥
কেনমতে যাওঁ মই দময়ন্তী পাশ।
জানিলো নিশ্চয়ে মোৰ ভৈল সর্ব্বনাশ॥
দুঃখৰ সাগৰ মই তৰো কেন কৰি।
কোনে তৰাইবেক মোক মৰো হৰি হৰি॥
এতেক চিন্তিয়া পুণ্যশ্লোক নলৰাজা।
আৰম্ভিলা ভক্তিভাৱে অভয়াৰ পূজা॥
পূজা সমাপণ কৰি নল নৰপতি।
দেবীৰ চৰণে কৰে সষ্টাঙ্গ প্রণতি॥
কি কৈবো নলৰ ভাগ্য নযাই বর্ণন।
জগত জননী আসি দিলা দৰিশন॥
প্রসন্ন ভৈলোহো মই বুলিলা ভৱানী।
ভক্তিভাবে শুনা এহি সিদ্ধ মন্ত্র খানী॥

শুদ্ধ চিত্তে জপা আক অষ্ট শত বাৰ ।
ছয়দণ্ড কালে যাইবা পথ মাসেকৰ ॥
সিদ্ধ মন্ত্র পাই নল ভৈলা হৃষ্ট মতি ।
ভক্তিভাৱে ভবানীক কৰিলা প্ৰণতি ॥
অন্তৰ্দ্ধ্যান ভৈলা তেবে দেবী ভগৱতী ।
বিদৰ্ভক চলে নল মানসৰ গতি ॥
ঘোড়াত চড়িয়া নল চলে মন্ত্র বলে ।
নানা মত সুমঙ্গল কৰয় সকলে ॥
মুখ্য সেনাপতি প্ৰতি বুলিলা বচন ।
চতুৰঙ্গ দলে সাজি আসা এতিক্ষণ ।
সঙ্গৰ যতেক লোক পাছুতে থাকিলা ॥
ছয় দণ্ড কালে নল বিদৰ্ভক গৈলা ॥
পুণ্যশ্লোক নল কথা এহি মানে থওঁ ।
দময়ন্তী কথা আবে বিবৰিয়া কওঁ ॥

——:O:——

## দময়ন্তীৰদেবীপূজা ।

পদ । ওৰে দিন ওৰে ৰাতি ভাবে গুণৱতী ।
কেনমতে নলক পাইবো মই পতি ॥
সকলোৰে অন্তৰযামিনী কাত্যায়নী ।
তাহাঙ্ক পূজিলে মই পাইবো গুণমনি ॥

দুঃখত নিস্তাৰে সেহি হেতু দুৰ্গা নাম ।
দুৰ্গা নামে সিদ্ধি হোৱে ধৰ্ম্ম অৰ্থ কাম ॥
এতেক গুণিয়া কন্যা দুৰ্গাক ধীয়াই ।
ফল ফুল উপহাৰে পূজন্ত সদাই ॥
কায়মনোবাক্যে কৰে ভৱানীক পূজা ।
তাহাৰ ভক্তিত তুষ্টা ভৈলা দশভুজা ॥
দৈববাণী কৈলা আই বিমানত থাকি ।
নলক পাইবা তুমি থাকাহা অপেক্ষি ॥
দৈববাণী শুনি আনন্দিতা ভৈলা ৰামা ।
পদছন্দে নিবন্ধিলা পূৰ্ণকান্ত শৰ্ম্মা ॥

———:0:———

## সখীগণৰ নল দৰ্শন আৰু দময়ন্তীৰ আগত নলৰ ৰূপ বৰ্ণনা ।

পদ । হেথা নল নৰপতি বিদৰ্ভত আসি ।
সৰোবৰ তীৰে এক কদম্ব নিৰখি ॥
তৈতে বসিলন্ত ৰাজা শ্ৰান্ত কলেবৰ ।
সুশীতল বহে বায়ু জুৰাই শৰীৰ ॥
সত্যৱতী আদি দময়ন্তাৰ লিগিৰী ।
ৰাজপুত্ৰগণে চাহি ফুৰে ধীৰি ধীৰি ॥
কৈতো নেদেখিলা দময়ন্তী তুল্য ৰূপ ।
নাধৰিল তাসম্বাৰ মনে কোনো ভূপ ॥

## ছবি ।

বসিয়াছে ৰাজা নল, উপনীত সেহি স্থল,
ভৈল আসি যতেক শিগিৰী ।
নিৰখি নলৰ ৰূপ, উত্তলিল কাম কূপ,
ঘনে ঘনে তাঙ্ক চাৰে ফিৰি ॥
কামে বিমোহিত হুয়া, উদঙ্গ ভৈলেক কায়া,
তথাপিতো নাহি একো লাজ ।
বহে মলয়াৰ বাও, কুলিয়ে কাঢ়িছে ৰাও,
পাসৰিলা সবে গৃহ কায ॥
শুনিয়োক সভাসদ, ইটো ভাৰতৰ পদ,
বঢ়া টুটা দোষ ক্ষমা কৰি ।
পুটাঞ্জলি কৰে স্তুতি, বোলে পূর্ণ অল্পমতি,
সঘনে ঘুষিয়ো ৰাম হৰি ॥

———:0:———

## দময়ন্তীৰ আগত নলৰ ৰূপ বর্ণনা ।

ডুলড়ি । যতেক ৰূপসী, অন্তঃপুৰে আসি,
বৈদর্ভীক লাগ পাই ।
কহিবে লাগিলা, যি ৰূপ দেখিলা,
নলৰ ৰূপ বৰ্ণাই ॥
শুনা দময়ন্তী, সখীয়ে বদতি,
দেখিলো আজি যিৰূপ ।

সৰোবৰ তীৰে, কদম্বৰ মূলে,
বসিয়াছে এক ভূপ ॥
তাৰ ৰূপ দেখি, ব্যাকুল ভৈলোহো,
শুনা কহো প্ৰাণসখী ।
সূৰ্য্যৰ সদৃশ, উজ্বলিছে দিশ,
মুখ তাৰ পূৰ্ণশশী ॥
আজানুলম্বিত, ভুজ সুশোভিত
হৃদয় বহল আতি ।
ৰূপ মনোহৰ, কন্দৰ্প আকাৰ
সিংহৰ সদৃশ কটী
মহা বলবান, কি কৈবো কথন,
যেন মদমত্ত হাতী ।
মেঘৰ গৰ্জ্জন, সদৃশ বচন,
সুশ্ৰাব্য গম্ভীৰ আতি ।
ধ্বজ বজ্ৰাঙ্কুশ, পদতলে দেখ,
ৰাজচক্ৰবৰ্ত্তী প্ৰায়
সামান্য সি জন নোহে কদাচন
সিংহৰ সদৃশ কায়
নৈষধত ঘৰ, শুনো পৰস্পৰ,
পুণ্যশ্লোক নাম তাৰ ।
দেবী ভগৱতী, তোত দায়া আতি
আনি আছে যোগ্য বৰ ॥

———:0:———

## দেৱতা সকলৰে নলৰ সাক্ষাত আৰু দেৱ-দূতহৈ দময়ন্তীৰ অন্তঃপুৰে প্ৰবেশ ।

পদ । কদম্বৰ তলে বসি নল মহামতি ।
ইন্দ্ৰ অগ্নি যম আৰু জল অধিপতি ॥
বিদৰ্ভ দেশক গৈলা আতি ৰঙ্গ মনে ।
উপনীত ভৈলা আসি নলৰ সদনে ॥
দময়ন্তী কন্যাক পাইবে কৰি আশ ।
নলৰ ৰূপক দেখি ভৈলেক হুতাশ ॥
আলচ পাতিয়া ইন্দ্ৰ আদি চাৰি দেৱে ।
পৰস্পাৰে বোলে কন্যা নপাইবো কেওঁৱে ॥
আতি বিত্তোপন ৰূপ নল নৃপতিৰ ।
নিশ্চয়ে ভজিব কন্যা নল মহাবীৰ ॥
ইন্দ্ৰবোলে শুনা যম আমাৰ বচন ।
দময়ন্তী অৰ্থে মন্ত্ৰো নকৰা গমন ॥
সূৰ্য্যতো অধিক কান্তি নলৰ দেহাত ।
আৰু এড়ি দময়ন্তী ভজিবনো কাত ॥
এনুয়া ৰূপক দেখি নিশ্চয়ে মজিব ।
দেখিবা মাত্ৰকে আসি ইহাক ভজিব ॥
অগ্নি বোলে ইন্দ্ৰ তুমি মোৰ বাক্য ধৰা ।
নলৰ পাশক যাওঁ আসা কৰি ত্বৰা ॥

পুণ্যশ্লোক নলৰাজা বোলে সৰ্ব্বজন।
স্তুত কৰি ইহাক পঠাওঁ এতিক্ষণ॥
হেন মতে আলচ পাতিয়া দেবগণ।
নলৰ পাশক আসি বুলিলা বচন॥
শুনা নলৰাজা তুমি অতি গুণাকৰ।
ইন্দ্ৰ অগ্নি যম যে বৰুণ বৈশ্যানৰ॥
মোৰা সবে দেৱগণ দিলো পৰিচয়।
সাধাহা দেবৰ কাৰ্য্য উচিত যিহয়॥
ভীমসুতা দময়ন্তী পৰম সুন্দৰী।
লভিবো সি কন্যা মনে অভিলাষ কৰি॥
পৰম সুন্দৰ তুমি মহা পুণ্যবান।
তোমাক দেখিলে কন্যা দিবে মাল্যদান॥
এক কাৰ্য্য কৰা তুমি বীৰসেন পুত।
যোৱা তুমি আবে আমাসাৰ হয়া দূত॥
আমাসাৰ বাৰ্ত্তা কোৱা দময়ন্তী পাশে।
তোমাক ভজিবে লাগি দেবগণে আসে॥
ইন্দ্ৰ অগ্নি যম আৰু জল অধিপতি।
যাকে ইচ্ছা ভজা তুমি কৰি নিজ পতি॥
আমাসাৰ বাক্য ৰাখা শুনা পুণ্যশ্লোক।
ঘুষিবেক তযু কীৰ্ত্তি পৃথিবীৰ লোক।
শুনি দেৱগণ বাক্য নল নৰপতি।
কহিবে লাগিলা কথা কৰিয়া কাকুতি॥

শুনা দেৱগণ কহো কৰি প্ৰণিপাত ।
কেনমতে যাইবো মই কন্যাৰ সাক্ষাত ॥
দুৱাৰক ৰক্ষা কৰে লক্ষ লক্ষ দ্বাৰী ।
অন্তেষ পুৰত মই যাওঁ কেনকৰি ॥
ইন্দ্রে বোলে যদি তুমি কৰা অঙ্গীকাৰ ।
তাহাৰ উপায় মই কহো সাৰোদ্ধাৰ ॥
দিলো এহি মন্ত্র খানি জপা ভক্তি ভাৱে ।
অদৃশ্য হুইবা তুমি ইহাৰ প্ৰভাৱে ॥
দেখিবেক সেহি মাত্র যাৰ পাশে যাইবা ।
আন কেওঁৱে তোমাক দেখিবে নপাইবা ॥
আওঁৰাই মন্ত্রখানি নল নৰপতি ।
চলি গৈলা শীঘ্র বেগে যথা দময়ন্তী ॥
গড়ৰ দুৱাৰে ভৈলা ৰাজা উপনীত ।
খাণ্ডা বাক লৈয়া দ্বাৰী আছে দুৱাৰত ॥
কাৰো হাতে ধনুশৰ-দেহা থুলন্তৰ ।
কেহো জাঠি লৈয়া হাতে আতি ভয়ঙ্কৰ ॥
ক্ষণে ক্ষণে গেড়ি দিয়া আটাসক পাৰে ।
মানুষৰ কথা এড়া দেৱতায়ো ডৰে ॥
মন্ত্রৰ প্ৰভাৱে কেওঁৱে নেদেখে ৰাজাক ।
এহিমতে সপ্তদ্বাৰ এড়াইলা ক্ষণেক ॥
যৈত আছে দময়ন্তী সখীগণ মাঝে ।
তাৰাৰ মাঝত যেন কুমুদিনী সাজে ॥

ছাটী ফুটী কৰে গাৱ নাহি সুখলেশ ।
নলৰ চিন্তায়ে মগ্ন পাগলিনী বেশ ॥
ক্ষণে উঠে ক্ষণে বৈসে ক্ষণেকে শয়ন ।
কেন মতে পাওঁ নলে ভাবে অনুক্ষণ ॥
সেহি সময়ত উপস্থিত আসি নল ।
দোহো দোহাকাৰ ৰূপে ভৈলাহা ব্যাকুল ॥
নিৰখি নলৰ ৰূপ মুগ্ধ ভীমসুতা ।
ওৰণী টানিয়া লৈলা হুয়া লজ্যা যুতা ॥
ওৰণাৰ আঁৰে তাঙ্ক চাহি ঘনে ঘন ।
সখীক সম্বোধি পাছে বুলিলা বচন ॥
বাক্য সুললীত আতি কোকিলক জিনি ।
মৃদুস্বৰে সুধিবাক লৈলা নিতম্বিনী ॥
কোন তেহোঁ আসিয়াছে ৰূপ মনোহৰ ।
কুমুদৰ মাজে যেন শোভে শশধৰ ॥
কৈত ঘৰ কিবা নাম কাহাৰ নন্দন ।
কোন হেতু মোৰ হেথা কৰে আগমন ॥
দেৱতা গন্ধৰ্ব্ব যক্ষ কিবা বেশধাৰী ।
দুৱাৰক লাঙ্ঘ হেথা আইলা কেন কৰি ॥
মানুষত কৈত নাহি শুনো হেন ৰূপ ।
দেৱতা নহৱে যদি হুইবে নলভূপ ॥
এই ঘোৰ ৰাতি তাতে আমি [illegible]তি ।
কোন বেশধাৰী যোধা [illegible] ॥

সত্য পৰিচয় যদি নেদেই আমাক ।
সত্যে সত্যে শাপি ভস্ম কৰিবো ইহাক ॥
কন্যাৰ বাক্যত ৰাজা শঙ্কিত হুইলা ।
মেঘৰ গম্ভীৰ স্বৰে বুলিবাক লৈলা ॥
শুনা দময়ন্তী কহো স্বৰূপ বচন ।
নল মোৰ নাম বীৰ সেনৰ নন্দন ॥
তোমাৰ পাশক মই আসো যি কাৰণে ।
শুনা কন্যা কহো মই অকপট মনে ॥
অনল বৰুণ যম সহস্ৰ লোচন ।
দূত কাৰ্য্যে মোক কৰি পাঠাইল ইথান ।
তুৱা স্বয়ম্বৰ শুনি আসে চাৰিজন ।
কাহাক ভজিবা তুমি কহা এতিক্ষণ ॥
নলৰ বচন শুনি দময়ন্তী কয় ।
কেন মতে আইলা তুমি দিয়া পৰিচয় ॥
তুৱাৰক ৰাখে মোৰ লক্ষ লক্ষ দ্বাৰী ।
সিসব লঙ্ঘিয়া তুমি আইলা কেনকৰি ॥
মনুষ্যৰ কথা মই কিকৈবো তোমাত ।
দেৱৰ নাহিকে শক্তি প্ৰবেশে পুৰীত ॥
অৱশ্যে হুইবা তুমি মায়াৱী দুৰ্জ্জন ।
নতুৱা কিমতে তুমি কৈলা আগমন ॥
নল বোলে কিবা কাৰ্য্য মায়াৰ প্ৰকাশ ।
কিদিতো তোমাত মোৰ নাহি অভিলাষ ॥

ইন্দ্র দিলা মহামন্ত্র কৰিয়া যতন।
তাহাৰ প্ৰভাবে মই আসো এহি থান ॥
মন্ত্ৰৰ মহিমা কৈতে শক্তি আছে কাৰ।
অদৃশ্য হুইবে পাৰি প্ৰভাবে ইহাৰ ॥
যাৰ পাশে আসো মাত্ৰ দেখে সেহি জন।
সংশয় নেমানা কন্যা স্বৰূপ বচন ॥
নিজ পৰিচয় দিলো শুনা গুণৱতী।
কাক পতি ভজা কহা তুমি শীঘ্ৰগতি ॥
সমাচাৰ দিয়া মোক ভীমৰ নন্দনী।
চলিযাওঁ ভৈল আবে ৰাতি ভালে খিনি ॥
দময়ন্তী বোলে শুনা আমাৰ বচন।
হেন অনুচিত কথা কহা কি কাৰণ ॥
হংস মুখে শুনি মই নলৰ বৰ্ণনা।
স্বামীৰূপে তাঙ্ক মই কৰিলো ভজনা ॥
সঁপি আছো নলপদে যৌবন আমাৰ।
নল স্বামী ভাত বিনে কেহ নোহে আৰ ॥
এজনৰ পত্নী হুয়া আনক ভজয়।
ব্যভিচাৰিণী বুলি তাক মুনিগণে কয় ॥
মুখত অমিয়া হাসি বুলিলা ৰাজন।
অযুগুত কথা কন্যা বোলা কি কাৰণ ॥
ইহলোকে যপ যজ্ঞ ব্ৰতক আচৰে।
সবাৰো কামনা অন্তে স্বৰ্গ ভোগ কৰে ॥

শত অশ্বমেধ ফলে হোৱে বজ্রধাৰী ।
তান পটেশ্বৰী হুইবা মানা ভাগ্য কৰি ॥
বাসব বৰুণ বহ্নি যম চাৰিজন ।
কঠোৰ তপক কৰি নপাই দৰিশন ॥
তোমাৰ আশাক কৰি আসে চাৰিজনা ।
হেন অযুগুত কিয় বোলা সুলোচনা ॥
দেৱতা ত্যজিয়া নৰে কিয় কৰা মতি ।
জানিলো তোমাৰ মই আতি বুদ্ধি চুটী ॥
মানবী দেহাত আছে বহুতৰ দোষ ।
ইন্দ্ৰৰ ইন্দ্ৰাণী হুয়া হুয়োক সন্তোষ ॥
কন্যা বোলে নৰনাথ কৰিছো প্ৰণতি ।
নল মোৰ প্ৰাণ ধন নল মোৰ পতি ॥
নল বিনা আন পুৰুষত নাহি মতি ।
এহি দৃঢ় বাক্যে মোৰ তোষা শচীপতি ॥
দেৱ মানুষত প্ৰীতি নহৱে উচিত ।
দেৱতা পৰম গুৰু শাস্ত্ৰৰ বিহিত ॥
শুভকাৰ্য্যে বিলম্ব ন কৰা মহামতি ।
গলে মালা দিবো ৰাজা দিয়া অনুমতি ॥
নল বোলে এই কাৰ্য্য অত্যন্ত অধৰ্ম্ম ।
দূত হুয়া কেনমতে কৰো হেন কৰ্ম্ম ॥
হেন নিদাৰুণ বাক্য শুনি সেহি বেলা ।
আঁখি ঢুলু ঢুলু কন্যা কহিবে লাগিলা ॥

লোতক মছিয়া কন্যা কৰযোড়ে কয় ।
তোমাক বৰিবো মই নাহিকে সংশয় ॥
দেৱগণ সঙ্গে তুমি আসা স্বয়ম্বৰে ।
সভাৰ মাঝত মই ভজিবো তোমাৰে ॥
দেৱগণ আগে কহা আমাৰ বচন ।
মানুষীৰ হেতু কিয় কৰে আকিঞ্চন ॥
নৰকন্যা হওঁ মই জনম ভূতলে ।
নৰকন্যা দেৱ ভোগ্যা হোৱে কোনকালে ॥
প্ৰণিপাত কৰি দেৱে কৰা নিবেদন ।
নলৰ চৰণে মই সঁপি আছো প্ৰাণ ॥
শুনি দময়ন্তী বাক্য নল নৰপতি ।
হৰ্ষ বিষাদিত মনে চলে শীঘ্ৰগতি ॥
দেৱগণ আগে ৰাজা সকলে কহিল ।
দময়ন্তী সঙ্গে হেথা যেন কথা ভৈল ॥
শুনি দেৱগণ অতি সন্তুষ্ট হুইলা ।
নলে সাধুবাদ দিয়া আশীৰ্ব্বাদ কৈলা ॥
ৱৰুণ বুলিলা পাছে নলক সম্বোধি ।
মোৰ মন্ত্ৰ শুনা তুমি নল দীৰ্ঘ বুদ্ধি ॥
পৰম কৌতুকে মই দিলো মন্ত্ৰখানি ।
বিনা যত্নে জল তুমি পাইবা আপুনি ॥
অগ্নি দিলা এক মন্ত্ৰ কৰিয়া যতন ।
বিনা অগনিতে তুমি কৰিবা ৰন্ধন ॥

যমরাজ এক মন্ত্র কৰিলা অৰ্পণ।
ক্ষণেক মাত্ৰতে পাৰে কৰিবে বন্ধন॥

:0:-

## দময়ন্তীৰ স্বয়ম্বৰ।

হেনমতে নলক প্ৰবোধি দেৱগণ।
স্বয়ম্বৰ স্থানে সৱে কৰিলা গমন॥
সভা মাঝে বসে আসি নল গুণাকৰ।
তৰাৰ মাঝত যেন শোভে শশধৰ॥
তান ৰূপ দেখি চমকিত ৰাজাগণ।
মনত গুণন্ত বৃথা কৈলো আগমন॥
জ্বলে কোটী সূৰ্য যিনি ইহাৰ শৰীৰ।
নিশ্চয়ে ভজিব কন্যা নল মহাবীৰ॥
কণাকণি কৰি বোলে যত ৰাজাগণ।
নলৰ ৰূপৰ কথা নযাই বৰ্ণন॥
দময়ন্তী নভজিল দেৱতাৰ ঝাক।
সেহি ক্ৰোধে দেৱগণ আসিলা সভাক॥
বাসৱ বৰুণ বহ্নি যম চাৰিজন।
দময়ন্তী কন্যা প্ৰতি আতি ক্ৰোধ মন॥
যৈত বসিয়াছে নল নৈষধৰ পতি।
তৈত গৈয়া দেৱগণ বসে মায়া পতি॥
একাকৃতি পঞ্চনল বসিলা সভায়।
তিলাৰ্দ্ধ প্ৰভেদ নাহি পঞ্চজন কায়॥

ভেবে ভীম নৰপতি শুভক্ষণ দিনে।
শুভলগ্ন দেখি আজ্ঞা বিহিলা তেখনে॥
সখীগণ সহ কন্যা সভা বিদ্যমানে।
আসোক হেথায় এহি শুভলগ্ন ক্ষণে॥

——————:0:——————

## স্বয়ম্বৰ সভালৈ দময়ন্তীৰ গমন।

ছবি।

অন্তেষপুৰত কন্যা মহামায়া ধ্যান মগ্না,
এক চিত্তে পূজিছে ভবানী।
সকাতৰে কহে বাণী, ৰক্ষা কৰা ভৱৰাণী
বৰ দিয়া পাওঁ গুণমনি।
দয়া কৰা দয়াময়ী, ৰাৱণৰ ৰণে জয়ী,
তোমাক পূজিয়া ৰঘুপতি।
নলক ভজিলো মই, দেৱগণে বাধা দেই,
উদ্ধাৰ কৰাহা ভগৱতী।
সন্ত সভা বিদ্যমানে' ৰাখাহা সতীত্ব ধনে,
দিয়া মোক নল প্ৰাণপতি।
স্তৱে তুষ্টা ভগৱতী, বোলে শুনা সৰস্বতী,
আমাৰ বচনে দিয়া মতি।
দিব্য কন্যা ৰূপধৰি, চলি যোৱা শীঘ্ৰ কৰি
যৈত আছে দময়ন্তী সতী॥

দুই তাৰ সহচৰী, লৈয়া যাস হাতে ধৰি,
যৈত বসে নল মহামতি ।
দেৱগণে ছলকৰি. সবে নল ৰূপ ধৰি,
বসি আছে সভা বিদ্যমান ।
দময়ন্তী সঙ্গে লৈয়া, নলক দেখাই দিয়া,
নল গলে দিবে মাল্য দান ॥
পাই দেবী অনুমতি, ঝান্ত আসি সৰস্বতী,
সখী বুলী কৰিলা সম্ভাষ ।
আসা সখি মোৰ সাতে, পুষ্প মালা লৈয়া হাতে,
তোক লৈয়া যাওঁ নল পাশ ॥
সখী দেখি ৰাজ বালা, হাতে লৈলা পুষ্প মালা,
ভৱানীক দণ্ডৱত কৰি ।
আগে যাৱে সৰস্বতী পাছে পাছে দময়ন্তী,
চলিযান্ত সখীগণে বেঢ়ি ॥

## ছুলৰী ।

বিলাস কৰি, চলে ধীৰি ধীৰি,
দময়ন্তী শান্তী সতী ।
ৰাজহংস গতি, মৃদু মন্দ আতি,
জিনি গজেন্দ্রৰ গতি ॥

খোপাৰ উপৰে, চিকি মিকি কৰে,
মালতীৰ গন্ধা ফুল ॥
চলন্তে পাৰৱ, সোণাৰ নূপুৰ,
কাঢ়ে ৰুণজুণ ৰোল ॥
খামুছিয়া কটী, খোজত হেলয়,
কিনো বিভোপন অাছি।
বহল নিতম্ব, চলন্তে লড়ই
জিনি মদনৰ ৰতী।
তাহাৰ উপৰে, শোভে চন্দ্ৰহাৰে,
গঙ্গা যেন নগৰাজে।
হাতত কঙ্কন, অাতি সুশোভন,
বাহুত বাজুৱা সাজে ॥
বহল হৃদয় শোভে চন্দ্ৰময়,
গজ মুকুতাৰ হাৰ।
হিয়াৰ উপৰে, যুগল দাড়িম্ব,
যেন মদনৰ শৰ।
কৰ্ণত কুণ্ডল, কৰে জ্বল মল,
সূৰ্য্যকো জিনিয়া কান্তি।
মুখ পূৰ্ণচন্দ্ৰ, নাসা তিলফুল,
দন্ত মুকুতাৰ পান্তি ॥
পকা বিম্বফল, জিনিয়া অধৰ,
কামধনু সম ভুৰু।

জিনিয়া খঞ্জন, তাহাৰ নয়ন,
বামৰম্ভা জিনি উৰু ॥
আকাশৰ মাঝে, পূৰ্ণচন্দ্ৰ যেন
শোভে আতি বিজোপন ।
সূৰ্য্যৰ প্ৰকাশে, যেন তমো নাশে
জিলিকিল সভাখন ॥

পদ ॥ হেৰি দময়ন্তী ৰূপ যত ৰাজাগণ ।
মই লভিবোহো কন্যা ভাবে মনে মন ॥
অৱশ ভৈলেক দেহা হাৰাইল জ্ঞান ;
কাল বুঝি কামদেৱে হানে কাম বান ॥
মুখ নিৰীক্ষন্তে থাকে দেহা অচেতন ।
ভূমিত পড়িয়া কেহো হাৰাইলন্ত জ্ঞান ॥
প্ৰথমতে পৰিচয় দিলা সৰস্বতী ।
ঋতুপৰ্ণ ৰাজা দেখা অযোধ্যাৰপতি ॥
কুবেৰ সমান যাৰ ঐশ্বৰ্য্য বিভুতি ।
ৰূপে গুণে কুলে মানে জিনিয়াছে ক্ষিতী ॥
তাৰ পাশে দেখা সখি কলিঙ্গৰ পতি ।
আপুনি চণ্ডিকা তুষ্টা দেখি যাৰ ভক্তি ॥
ধনে মানে কুলে শীলে সবাতো প্ৰধান ।
দেখা দময়ন্তী সখি সভা বিদ্যমান ॥
সগৰৰ বংশধৰ কোশল্যাৰ পতি ।
ৰূপে গুণে শোভে যেন দেব শচীপতি ॥

তাহান দক্ষিণে দেখা অঙ্গৰ ৰাজন ।
হাতি ঘোড়া ৰথ যাৰ আছে অগণন ॥
সূৰ্য্যতো অধিক তেজ নহুষ সুন্দৰ ।
যুদ্ধত জিনিলে যেই দেৱ পুৰন্দৰ ।
ধনৰ ঈশ্বৰ বীৰ বলবান আতি ।
সত্যবাদী জিতেন্দ্ৰিয় ধৰ্ম্ম কৰ্ম্মে ৰতি ॥
মিথিলাৰ পতি দেখা নামত মৰুত ।
সৰ্ব্বগুণে গুণান্বিত জিনি পুৰুহুত ॥
যাৰ যজ্ঞ ঘৃত খাই দেৱতা অনল ।
অগ্নি মন্দ হুই আৰে হুইলা দুৰ্ব্বল ॥
তেলিয়া সাৰঙ্গ যেন অৱন্তীৰ ৰাজা
পুত্ৰৱতে নিৰন্তৰ পালে যত প্ৰজা ॥
ভবানীৰ বৰপুত্ৰ কামৰূপ পতি ।
কাৰ্ত্তিক সমান ৰূপে গুণে বৃহস্পতি ॥
তোমাৰ কামনা কৰি যত ৰাজাগণ ।
সসৈন্যে আসিছে সখি কৰা নিৰীক্ষণ ॥
হেনমতে পৰিচয় দিলা জনে জনে ।
শুনি দময়ন্তী কাকো নলৈলেক মনে ॥
কাকো নচাহিলা কন্যা চলে অধোমুখে
দেখি ৰাজাগণৰ বাজিল বজ্ৰ বুকে ॥
হেন মতে তিনি পাক ঘূৰি সভাখান ।
আসি উপনীত ভৈলা নলৰ সদন ॥

বাসৱ বৰুণ বহ্নি যম চাৰিজন ।
ভীমৰ নন্দিনী প্ৰতি তুই খঙ্গ মন ॥
যৈত বসিয়াছে নল নৈষধৰ পতি ।
মায়া পাতি ভৈলা সবে নলৰ আকৃতি ॥
একাকৃতি পঞ্চনল বসিছে সভাত ।
দেখি দময়ন্তী আতি ভৈলা চঞ্চলিত ॥
কাক দিব মাল্য হোৱে কোন জন নল ।
গুণি ভাবি কন্যা আতি ভৈলন্ত বিহ্বল ॥
তালুত দংশিলে সপে নাহিকে উপায় ।
থৰ থৰ কৰি তাৰ কাম্পে সৰ্ব্ব গায় ॥
দেখিয়া তাহাৰ ভাব আই সৰস্বতী ।
কাণে কাণে কহে সখি স্থিৰ কৰা মতি ॥
ইন্দ্ৰ আদি দেৱগণ তোমাক নসহি ।
মায়া পাতি নলৰূপে সবে আছে ৰহি ॥
পৃথিবীৰ মাজে নাহি দেখা যাৰ ছাঁয়া ।
নিশ্চয়ে জানিবা সেহি হোৱে দেবমায়া ॥
আক্ষ দেখা চক্ষুত পলক নাহি যাৰ ।
মনুষ্য নহৱে সিটো জানা সাৰোদ্ধাৰ ॥
সভাত বসিয়া নল আছে পূৰ্ব্ব মুখে ।
মাল্যদান কৰা সখি পৰম কৌতুকে ॥
সঙ্কেত পাইয়া সতী ভীমৰ তনয়া ।
ভক্তি ভাবে হৃদয়ত স্মৰি মহামায়া ॥

পঞ্চনল আগে সতী কৰি যোড় হাত।
আতি মৃতুস্বৰে ভেবে লগাইলেক মাত॥
শুকৰো পৰম শুক বেদৰ বচন।
ধৰ্ম্মৰ ৰক্ষক হোৱে সবে দেৱগণ॥
কায় মনোবাক্যে যদি মই হওঁ সতী।
নল বিনে মোৰ মনে নাহি অন্য মতি॥
সাক্ষী হোৱা চন্দ্ৰ সূৰ্য্য দিগপালগণ।
নল প্ৰাণপতি মই কৰিলো বৰণ॥
এহি বুলি হাতে কন্যা লই পুষ্প মালা।
আণ্ঠু কাঢ়ি নলৰ গলতে পিন্ধাইলা॥
প্ৰণাম কৰিয়া কন্যা গৈলাহা ভবন।
লাজ পাই দেৱগণ ভৈলা অন্তৰ্দ্ধান॥
ইষ্ট দেৱ পদাম্বুজ হৃদে কৰি ধ্যান।
ভণিলা শ্ৰীপূৰ্ণকান্ত পুণ্য উপাখ্যান॥



# দময়ন্তীৰ বিবাহ ।

পদ । নলক বৰিলা পতি দেখি ৰাজগণ ।
যাৰ যেই দেশে গৈলা বিষাদিত মন ।
ভীম নৰপতি ভৈলা আনন্দে মগন ॥
বিহাৰ কাৰণে ৰাজা আনে বন্ধুগণ ।
বাদ্যকৰ গণ ৰাজা ডাকিয়া আনিলা ॥
বিহাৰ সামগ্ৰী যত একত্ৰ কৰিলা ॥
নিৰ্ম্মাইল সভাখন আনি খনিকৰ ।
ফটিকৰ স্তম্ভ আনি দিলা থৰে থৰ ॥
এক ক্ৰোশ স্থান যুড়ি ৰচে সভাখন ।
কনক ৰজতে চিত্ৰ বিচিত্ৰ নিৰ্ম্মাণ ॥
নানা ৰত্নে বিৰচিলা যেন দেৱপুৰী ।
ৰতনে মণ্ডিত তাহে গৃহ সাৰি সাৰি ॥
মণিময় দীপগণ জ্বলে থানে থান ।
কোটী সূৰ্য্য জিনি আলো নযাই বৰ্ণন ॥
তাৰ পাশে হোম ঘৰ কৰিলা নিৰ্ম্মাণ ।
ফটিকৰ বেদী কৈলা হোমৰ কাৰণ ॥
বেই ঘৰ নিৰ্ম্মাইলা কৰিয়া যতন ।
দেখি আনন্দিতা ভৈলা যত নাৰীগণ ॥
শুভক্ষণ দিনে তেবে কন্যাক আনিলা ।
গন্ধ তৈল হৰিদ্ৰাক ঘসি নোৱাইলা ॥

আতি ৰঙ্গমনে ৰাণী চতুৰ্দ্দোলে চড়ি।
জল আনিবাক গৈলা তিৰীগণে বেঢ়ি।
নানা সুমঙ্গল কৰে যতেক কামিনী॥
উৰুলী দিলেক মিলি দুই তিনি জনী॥
দুনৰী কান্ধত লৱে কতো নাৰীগণ।
দুৰ্ব্বাক্ষত সিঞ্চে কতো আতি ৰঙ্গমন॥
বাদ্যকৰগণ সবে বাদ্যক বজাই।
ঢোল মৃদঙ্গৰ শব্দে কাণ ফাটি যাই॥
গায়ন বায়ন আৰু কালীয়া নৰ্ত্তক।
ৰঙ্গে ঢঙ্গে চলে সবে পানী তুলিবাক॥
হাতী ঘোড়া চলে সঙ্গে নযাই গণন।
মহানন্দে নাচে গায়ে যত প্ৰজাগণ॥
সাৰি সাৰি কল আনি পথত ৰোপিলা।
থৰে থৰে তাতে সবে পুষ্প মালা দিলা॥
সুবৰ্ণ ভৃঙ্গাৰে ৰাণী জল তুলি আনি।
স্নান কৰাইলন্ত দময়ন্তী সুবদনী॥
সাতপাক প্ৰদক্ষিণ কৰি ৰেই খান।
স্বৰ্ণ পাটে তুলি কন্যা কৰাইলন্ত স্নান॥
দশকুড়ি জনা মিলি সুললীত ৰাৱে।
আতি উত্ৰাৱল গাৱ ৰঙ্গে নাম গাৱে॥
মঙ্গল আচাৰ কত কৰে নানামত।
বাজিছে শঙ্খৰ ধ্বনী আতি সুললীত॥

যথা বিধি স্ত্রী আচাৰ কৰি সমাপন ।
আপুনি মলছে ৰাণী দমইৰ বদন ॥
পিন্ধাইল সোনোৱালী বস্ত্র বিতোপন ।
নানাবিধ অলঙ্কাৰ কি কৈবো কথন ॥
হেনকালে অস্তাঙ্গত ভৈলা দিবাকৰ ।
কুল পুৰোহিত আসি মিলিলা সত্বৰ ॥
অধিবাস কৰে ৰাজা শুভক্ষণ জানি ।
ৰামাগণ মিলি দিয়ে উৰুলীৰ ধ্বনী ॥
পৰদিন প্ৰভাতেতে উঠি নৰপতি ।
নান্দীমুখ শ্ৰাদ্ধ আদি কৈলা সমাপতি ॥
বহু ৰত্ন ধন ৰাজা ব্ৰাহ্মণক দিলা ।
মহানন্দে বিপ্ৰগণে বেদ উচ্চাৰিলা ॥
হৰিধ্বনী কৰিলন্ত যত প্ৰজাগণ ।
আনন্দৰ কোলাহলে ভেদিল গগণ ॥
হেথা নল নৰপতি নগৰ বাহিৰে ।
নিজ দলবল লৈয়া আনন্দ অন্তৰে ॥
আত্মীয় বান্ধবগণ কুল পুৰোহিত ।
নিমন্ত্রিয়া আনিলন্ত যেমন বিহিত ॥
কুলাচাৰ বেদাচাৰ স্ত্রীআচাৰ যত ।
বেঢ়ি কুটুম্বৰ ঝাকে কৰে যথোচিত ॥
হৰিদ্ৰা মাখিয়া মিলি কুল নাৰীগণ ।
সুবৰ্ণ ভৃঙ্গাৰে স্নান কৰাইলা তেখন ॥

ভুঞ্জাইলা সবাহাঙ্কো যত পাৰে মানে ।
তুষিলা ব্ৰাহ্মণগণে নানাবিধ দানে ॥
পৰদিন প্ৰভাততে নল গুণবান ।
স্নানকৰি নিত্য কৰ্ম্ম কৰি সমাপন ॥
ষোড়শ মাতৃৰ পূজা কৰি বিধিমত ।
নান্দীমুখ শ্ৰাদ্ধ কৰে বেদৰ বিহিত ॥
দধি দুগ্ধ ঘৃত মধু আনে ভাৰে ভাৰে ।
পিঠা পৰমান্ন নানাবিধ উপহাৰে ॥
ভুঞ্জাইলা নিমন্ত্ৰিত যত যত প্ৰাণী ।
খোৱা খোৱা লোৱা লোৱা এহি মাত্ৰ শুনি ॥
বস্ত্ৰ অলঙ্কাৰ আৰু বহু ধন সোণ ।
যোগ্য মতে জনে জনে কৰিলন্ত দান ॥
সাজ অলঙ্কাৰ ৰাজা কৰে পৰিধান ।
শৰীৰৰ কান্তিত জোনাক সভাখন ॥
কেঙ্কোৰা দোলাত চড়ি নল মহামতি ।
কন্যাৰ গৃহক তেবে চলে হৃষ্ট মতি ॥
বৰযাত্ৰীগণ সবে আনন্দে বিভোৰ ।
দুই দণ্ড বেলা যেবে গগণ উপৰ ॥
মঙ্গল কৰিলা আসি যত নাৰীগণ ।
বেদমন্ত্ৰ উচ্চাৰিলা যত বিপ্ৰগণ ॥
খোল ঢোল মৃদঙ্গ বাজয় কৰতাল ।
শঙ্খ কাঁহ ঘণ্টা বাজে মহা গণ্ডগোল ॥

বাজে বাঁহি বীণা আৰু ডবা জয়ঢাক ।
বাদ্যৰ শব্দত স্তব্ধ ভৈলা দেবৰাক ॥
দুই অক্ষৌহিণী সৈন্য সঙ্গতে সাজিলা ।
চালি ধৰি চেৰে চেৰে চলিবাক লৈলা ॥
অযুতেক হাতী চলে পৰ্ব্বত সমান ।
এক লক্ষ তুৰুক ঘোৰাৰী বলবান ॥
গায়ন বায়ন আদি যত বাদ্য দেখা ।
অগণিত চলে সবে কোনে কৰে লেখা ॥
যোজনৰ পথ যুড়ি চলে যাত্রীগণ ।
কাৰো মাত কেঁওৰে কতো নকৰে শ্রবণ ।
হেন মতে আসি উপনীত সিংহ দ্বাৰে ।
ৰাজাক বাতৰি গৈয়া দিলেক যে চৰে ॥
দুৱাৰে আসিয়া ৰব ভৈলা উপনীত ।
মুখ্য সেনাপতি আৰু ইষ্ট মিত্র যত ॥
প্রত্যেকে আদৰে বৰে আগ বাঢ়ি যায় ।
ক্রমে পঞ্চদ্বাৰ এড়ি ষষ্ঠত আসয় ॥
শুনি আনন্দিত ৰাজা চলিলা আপোনে ।
আগবাঢ়ি আনিবাক লৈয়া বিপ্রগণে ॥
গন্ধ পুষ্প ধুপ দীপ পুষ্প মালা লৈয়া ।
জামাতাক বিধিমতে আদৰিলা গৈয়া ॥
তিৰীগণে সুমঙ্গল অনেক কৰিলা ।
নাম উৰুলীৰ শব্দে গগণ ভেদিলা ॥

সুৱাগুৱী তুলিবাক সঙ্গে নাৰীগণ ।
চতুৰ্দ্দোলে চড়ি ৰাণী কৰিলা গমন ॥
স্ত্ৰী আচাৰ মত কৰ্ম্ম কৰি সমাপন ।
গন্ধ মাল্য দানে ৰাণী কৰিলা গমন ॥
সভামধ্যে আসি নল বসিয়া আসনে ।
বৰণ কৰিলা ৰাজা আনন্দিত মনে ॥
কুল পুৰোহিত বিধি মাতিবাক লৈলা ।
বিধিমতে নল তেবে কুশণ্ডি কৰিলা ॥
অন্তেষ পুৰত বসি যতেক কামিনী ।
কোটি ৰেখা বস্ত্ৰ অলঙ্কাৰে কন্যা খানি ॥
সজাইলন্ত মিলি যত্নে জীয়ৰী বৰাৰী ।
বিজুলি চমক যেন দমই সুন্দৰী ॥
হৰ্ষ বিষাদিতা ৰাণী সঙ্গে নাৰীগণ ।
জীয়ৰীক নিলা জামাতাৰ বিদ্যমান ॥
বেদমন্ত্ৰ উচ্চাৰিলা যত বিপ্ৰগণ ।
মুখ চন্দ্ৰিকাক তেবে কৰিলা ভঞ্জন ॥
সাতবাৰ প্ৰদক্ষিণ কৰি ৰীতিমতে ।
কন্যাক বৈসাই নিয়া নলৰ বামতে ॥
বৰ কন্যা দোহে যেবে বসিলা সভাত ।
অনঙ্গ বিৰাজে যেন ৰতিৰ সহিত ॥
কুশ, তিল, গঙ্গোদক, আৰু দুৰ্ব্বা কল ॥
আসন স্বাগত পাদ্য অৰ্ঘ আৰু জল ॥

দধি দুগ্ধ ঘৃতৰ সহিত মধু পৰ্ক ।
বসন ভুষণ দিয়া পূজিলা নলক ॥
বিধিমতে সালঙ্কৃতা কৰি কন্যাধন ।
সত্য অঙ্গীকাৰে ৰাজা কৰিলা অৰ্পণ ॥
আতপৰে নাৰীগণ কৰয় কৌতুক ।
সহস্ৰেক দাসী ৰাণী উৎসৰ্গে যৌতুক ॥
হাতি ঘোড়া গৰু মহ অযুতে অযুত ।
কন্যাৰ যৌতুক ৰাজা উৎসৰ্গে বহুত ॥
গো, ভুমি, কাঞ্চন আৰু বসন ভূষণ ।
যৌতুক উৎসৰ্গে মিলি যত বন্ধুগণ ॥
অছিদ্ৰ বাচন কৰি সূৰ্য্য অৰ্ঘ দিলা ।
সুবৰ্ণ দক্ষিণা দিয়া ব্ৰাহ্মণে তুষিলা ॥
দধি, দুগ্ধ, আদি দ্ৰব্যে ভোজন কৰিলা
বাসৰ গৃহক নলে সুখে চলি গৈলা ॥
কুসুম শয্যায় নল যাপে বিভাবৰী ।
কৌতুক কৰিলা মিলি যত সহচৰী ॥
আপুনি ৰসিক নল নৈষধ ঈশ্বৰ ।
ৰসিকা যে দময়ন্তী ৰসৰ সাগৰ ॥
দোহে দোহাকাৰ ৰূপে মুগ্ধ অতিশয় ।
পৰস্পৰে দুই হান্তে দোহাকো দেখয় ॥
দৰিদ্ৰ পাইলে যেন নৰৰত্ন নিধি ।
ততোধিক ভাগ মানি প্ৰশংসয় বিধি ॥

নলে বোলে প্ৰাণেশ্বৰি শুনাহা বচন।
যাৱত শৰীৰে মোৰ থাকয় জীৱন॥
তাৱত নেড়িবো মই তোমাক কখন।
সত্যে সত্যে কহো মই স্বৰূপ বচন॥
তুমি কায়া মই ছুঁয়া কহিলো নিশ্চয়।
পুনঃ সত্য কৰি কহো নাহিকে সংশয়॥
হেন মতে সুখ ৰাত্ৰি প্ৰভাত হইলা।
শয্যাহন্তে উঠি নল প্ৰাতঃকৃত্য কৈলা।
নিত্য কৰ্ম্ম কৰি ৰাজা অবসৰ ভৈলা।
ষোড়শ ব্যঞ্জনে ৰাজা ভোজন কৰিলা॥
হেৰে ভীম নৰপতি দুঃখিত অন্তৰ।
কন্যাক পঠাইবে লাগি চিন্তাতে অস্থিৰ
পাটৰাণী সুমতিও কান্দিবে লাগিলা।
আনেৰ পৰত ক্ৰন্দনা বোল ভৈলা॥
মাহিলী পেহিয়ত্ৰী আদি যত জন।
কিন ইা কান্দে সৱে দময়ন্তী গুণ॥
মাৱে জীৱে গলাগলী কৰয় ক্ৰন্দন।
ৰাণী বোলে দময়ন্তী মোৰ প্ৰাণধন।
তোক এড়ি কেন মতে মই প্ৰাণ ধৰো।
তোৰ অবিহনে মই পুড়িডেই মৰো॥
ক্ৰমে ক্ৰমে আসি মিলিলেক যত নাৰী।
চুবুৰীয়া সম্বন্ধিয়া জীয়ৰি বহাৰি॥

বৃদ্ধাগণে বোলে মাৱ দময় সুভাগী ।
আশীর্ব্বাদ কৰো হোৱা স্বামীৰ সুৰাগী ॥
হৰ গৌৰী বসতি কৰোক ভগৱতী ।
অচিৰতে আই যেন হোৱা পুত্ৰৱতী ॥
পণ্ডিতে বোলে শুক্ৰস্ত্ৰীনাং বোলে মুনিগণ ।
নাৰদৰ মুখে আমি কৰিছো শ্ৰৱণ ॥
এতেকে স্বামীসে গুৰু নাহি আত বিনে ।
নলৰ চৰণ তুমি সেৱা ৰাতি দিনে ॥
নিদ্ৰা আলস্যক তুমি দূৰতে ত্যজিবা ।
এক চিত্ত মন হুয়া স্বামীক ভজিবা ।
স্বামী যদি ছপৰাক সোণ বুলি কয় ।
নুহি বুলি প্ৰত্যুত্তৰ দিবে নলাগয় ॥
যেই সব কাৰ্য্যে স্বামী সন্তোষ পাৱয় ।
প্ৰাণপণে যত্ন কৰি কৰিবে লাগয় ॥
যেই কাৰ্য্যে মাও অসন্তুষ্ট জানা স্বামী ।
কদাচিতো হেন কাৰ্য্য নকৰিবা তুমি ॥
কটু কথা কদাপি নেবোলা স্বামী পাশ ।
নকৰিবা স্বামী নিন্দা আৰু উপহাস ॥
স্বামীৰ সুখতে সুখ তান দুঃখে দুঃখ ।
বঞ্চিবাহা এহি মতে ত্যজি নিজ সুখ ॥
সুমধুৰ বাক্যে সদা স্বামীক তুষিবা ।
ভোজনৰ সামগ্ৰীক নিজে তুলি দিবা ॥

তামোল যোগাইবা সদা পদতলে বসি ।
স্বামী যদি ক্রোধ কৰে থাকিবাহা সসি ॥
তোৰ ভাগ্যে পাই আছ নল মহামতি ।
পৃথিবী যুড়িলে যাৰ অক্ষয় কীৰিতি ॥
কন্দৰ্পৰ ৰূপ জিনি সুকোমল কায় ।
অপেস্বৰীগণে যাক দেখি মোহ যায় ॥
ৰূপে গুণে বলে বীৰ্য্যে ভুবনে অতুল ।
ইন্দ্ৰ আদি দেৱে যাক নোহে সমতুল ॥
সত্যবাদী জিতেন্দ্ৰিয় মৰ্য্যাদা সাগৰ ।
নবীন বয়স যেন পূৰ্ণ শশধৰ ॥
হেন স্বামী লভি আছা পূৰ্ব্ব পুণ্যফলে ।
আপোন যৌবন দিয়া বঞ্চিবা কুশলে ॥
পতিব্ৰতা নাৰীক ডৰয় ত্ৰিজগত ।
সুৰাসুৰ নাগ নৰ হোৱে ভয়ে ভীত ॥
ব্ৰহ্মা, বিষ্ণু মহেশৰো হিয়া কপি যায় ।
সতী যদি কদাচিত ক্ৰোধ যুতা হয় ।
শ্বশুৰ শাশুৰী আদি যত গুৰুজন ।
ভক্তিভাৱে সবাৰো তুষিবা তুমি মন ॥
দাস দাসী আদি যত লিগিৰী লস্কৰী ।
সবাহাস্কো মিষ্ট বাক্যে তুষিবা সাদৰী ॥
হেনমতে বুঝাইলা যত বৃদ্ধাগণ ।
দময়ন্তী মুখ চাহি বিষাদিত মন ॥

তেবে নাৰীগণ আনি বস্ত্ৰ অলঙ্কাৰ ।
পিন্ধাইলা অতি যত্নে দেখি চমৎকাৰ ॥
আছুৰীয়া চুলি টাৰ খোপাক বান্ধিলা ।
মালতী চম্পাৰ চাকি তাতে পিন্ধাইলা ॥
সেঁওটা ফালিয়া দিলা সিন্দুৰৰ ৰেখা ।
জ্বলিল মেঘত যেন ৰামধনু ৰেখা ॥
কপালত পিন্ধাইলা কুঙ্কুম সিন্দুৰ ।
অগৰু চন্দন গায়ে লিপিলা প্ৰচুৰ ॥
কণ্ঠত পিন্ধাইলা মণিময় ৰত্নহাৰ ।
সৰ্ব্বাঙ্গ ঢাকিয়া পিন্ধাইলেক অলঙ্কাৰ ॥
হেনকালে দাসী আহি বুলিলা বচন ।
ৰজা পঠাইলেক মোক দেখি শুভক্ষণ ॥
যাত্ৰাৰ সময় আসি ভৈল উপস্থিত ।
কন্যা লৈয়া যাব লাগে সভায় ত্বৰিত ॥
তেবে তিৰীগণ কৈলা উৰুলিৰ ধ্বনী ।
দুৱাৰ ধৰিয়া কান্দে ৰাণী সুবদনী ॥
মিলি যত সখীগণ কৰি সুমঙ্গল ।
দময়ন্তী সমে উপস্থিত সভাস্থল ॥
স্বৰ্ণ চতুৰ্দ্দোলে চড়ে নল মহামতি ।
সখীগণে বামে বৈসাইলেক দময়ন্তী ॥
মিনতি কৰিয়া ৰাজা জামাতাক মাতি ।
কহিবে নপাৰে তাৰ হিয়া যায় ফাটি ॥





শুনা মহামতি নল জামাতা আমাৰ ।
আজি খৰি দময়ন্তী দাসী ভৈল তোৰ ॥
তোৰ চৰণত আক কৈলো সমৰ্পণ ।
বহু দোষ ক্ষমি তাত কৰিবা পালন ॥
অালসুৱা কন্যা মোৰ নোহয় চতুৰ ।
মোৰ মুখ চাহি দোষ ক্ষেমিবা ইহাৰ ।
হেনমতে বহুতৰ বোলে ভীমৰায় ।
শোকে গদ্ গদ্ হিয়া লোহ বহিযায় ॥
ৰাজমন্ত্ৰী প্ৰতি ৰাজা বুলিলা বচন ।
যৌতুকৰ দ্ৰব্য তুমি আনা এতিক্ষণ ॥
সহস্ৰেক হস্তী আনা সাজ সমন্বিতে ।
অযুতেক ঘোড়া আৰে আনাহা ত্বৰিতে ॥
সালঙ্কৃতা সহস্ৰেক দাসী দিবে লাগে ।
গৰু মহ পালে২ আনা মোৰ আগে ॥
আনো ধন ৰত্ন যত আছয় ভণ্ডাৰে ।
অৰ্দ্ধ ভাগ কৰি তুমি আনাহা সত্বৰে ॥
অৰ্দ্ধ ৰাজ্য দিবো মই দমইৰ যৌতুকে ।
শুনি মন্ত্ৰী চলি গৈলা পৰম কৌতুকে ॥
হাতী ঘোড়া ৰথ দাস দাসী অগণন ।
হীৰা মৰকত আক প্ৰবাল কাঞ্চন ॥
সঙ্গে লৈয়া নল ৰাজা মহাৰঙ্গ মনে ।
চতুৰ্দ্দোলে চড়ি যাই দময়ন্তী সঙ্গে ॥

স্বদেশক গৈয়া ৰাজা পৰম কৌতুকে ।
দ্বাদশ বৎসৰ ৰাজা বঞ্চে মহাসুখে ॥
কতো দিনান্তৰে ৰাণী গৰ্ভৱতী ভৈলা ।
যথাকালে মহাসতী পুত্ৰ প্ৰসবিলা ॥
কন্দৰ্প জিনিয়া পুত্ৰ ৰূপৰ আধাৰ ।
পুত্ৰমুখ দেখি ৰাজা আনন্দ অপাৰ ॥
ইন্দ্ৰসেন নাম ৰাখে কৰিয়া যতন ।
বিপ্ৰগণে দিলা ৰাজা বহু ধন সোণ ॥
তদন্তৰে আৰু এক কন্যা জন্ম ভৈলা ।
ইন্দ্ৰসেনী নাম ৰাজা যতনে ৰাখিলা ॥
দিনে দিনে বাঢ়ে দুই যেন চন্দ্ৰকলা ।
দেখি ৰাজা ৰাণী ভৈল আনন্দতে ভোলা ॥
পুত্ৰ কন্যা পালে ৰাণী কৰিয়া যতন ।
ৰাজকাৰ্য্য কৰে ৰাজা স্থিৰ কৰি মন ॥
পুত্ৰৰতে পালে প্ৰজা ধৰ্ম্ম কৰ্ম্মে ৰত ।
ৰোগী দুঃখী নাই কোনো নলৰ ৰাজ্যত ॥
আপোন স্বধৰ্ম্ম ৰাজা পালি নিৰন্তৰ ।
ৰাজ্যক শাসিয়া সুখ ভুঞ্জয় অপাৰ ॥
নলৰ কথাক আৰে এহি মানে থওঁ ।
দেৱগণে কি কৰিলা বিবৰিয়া কওঁ ॥

———:0:———

# দেৱগণৰ সহিত কলিৰ সাক্ষাৎ ।

ভৈমী যেবে নলক কৰিলা মালাদান ।
দেৱগণ লাজ পাই ভৈলা অন্তৰ্দ্ধান ॥
চলিলা দেৱতাগণ অমৰ আলয় ।
দ্বাপৰ কলিৰ সমে পথে দেখা হয় ।
বাৰ্ত্তা শুনি দময়ন্তী হবে স্বয়ম্বৰা ।
কন্যাক পাইবো বুলি চলি আসে ত্বৰা ॥
প্ৰণাম কৰিলা কলি দেৱতা চৰণে ।
জিজ্ঞাসিলা কৈক যাহা মিলি চাৰিজনে ॥
দেৱগণে বোলে শুনা স্বৰূপ বচন ।
দময়ন্তী স্বয়ম্বৰে গৈলো চাৰিজন ॥
আমাসাক নভজিয়া নলে ভজে পতি ।
আবে নিজ স্থানে সবে যাওঁ শীঘ্ৰগতি ॥
দেৱতাৰ মুখে শুনি প্ৰশ্নৰ উত্তৰ ।
ক্ৰোধত কলিৰ গাৱ কাম্পে থৰ থৰ ॥
দেৱতাক ত্যাগ কৰি নলে ভজে পতি ।
দেখিবো তাইক কেনে পতিব্ৰতা সতী ॥
ইন্দ্ৰে বোলে শুনা কলি কোপ কৰা ক্ষমা ।
নলক নেদিবা দুঃখ ধাৰ্ম্মিক অসীমা ॥
অত্যন্ত কপটী কলি কথা নাহি শুনে ।
কোন মতে ছলো নলে এহিমাত্ৰ গুণে ॥

নলৰ সঙ্গত থাকি কলি অনুক্ষণ ।
ছিদ্র চাই ফুৰে সদা কপটী দুৰ্জ্জন ॥
তথাপিতো নাহি কিছু পাৰে পাপলেশ ।
হেনমতে অতিপাত দ্বাদশ বৰিষ ॥
একদিন দৈবযোগে নৰপতি নল ।
ভ্ৰমে ক্ষুদ্ৰ শৌচ কৰি নলৈলেক জল ॥
পাইলেক যে ছল কলি দেখি পাপ লেশ ।
নলৰ শৰীৰে আসি কৰিলা প্ৰবেশ ॥

———:0:———

## নলৰ শৰীৰত কলিৰ প্ৰবেশ ।

কলি যদি প্ৰবেশিলা নলৰ শৰীৰে ।
ধৰ্ম্ম কৰ্ম্ম সব ৰাজা ত্যজিলা অচিৰে ॥
ভাগৱত পাঠ আৰু দেৱতাৰ পূজা ।
আনো নানা সদকৰ্ম্ম এড়িলন্ত ৰাজা ॥
ব্যসনত আসক্ত ভৈলেক নৰপতি ।
কুআচাৰ পাপকৰ্ম্ম কুক্ৰিয়াত ৰতি ॥
এড়িলা বাৰ্ষিক পূজা আৰু শ্ৰাদ্ধ-শান্তি ।
বেশ্যা কৰ্ম্ম কৰি নাশে যতেক বিভুতি ॥
ৰাজাৰ পাপত ৰাজ্য গৈল অধোগতি ।
বেদ পাঠ কৰে শূদ্ৰ বিপ্ৰ ছন্নমতি ॥

আচাৰ বিহীন ভৈল যতেক ব্ৰাহ্মণ।
যাগ যজ্ঞ ব্ৰত আদি কৰিলা বৰ্জ্জন॥
মিছা প্ৰবঞ্চনায়ে যুড়িলা ৰাজ্যখন।
অনাচাৰী যত প্ৰজা হিংসয় ব্ৰাহ্মণ॥
গৰুমাৰি ছাগ বুলি হাটত বিকয়।
চোৰ চণ্ডালৰ একো নৰহিল ভয়॥
অম্ম যোনী বিচাৰ নকৰে প্ৰজাগণ।
ছেগ চাই পৰদাৰ হৰে পৰধন॥
বেইতা স্বামীক এড়ি কুলৰ কামিনী।
বটুৱাৰ সহবাসে পুহাই যামিনী॥
শাশুৰীক মাৰে ঢকা বোলে বেটী বুড়ী।
ৰাপে পোৱে মাৱে জীৱে কৰে মৰামৰী॥

——:0:——

## নলৰ পাশা খেলা।

নলৰ সোদৰ ভাই নামত পুষ্কৰ।
ব্ৰাহ্মণৰ ভেশ ধৰি কলি দুৰন্তৰ॥
পুষ্কৰৰ পাশে গৈয়া কহিলা সত্বৰ।
শুনাহা পুষ্কৰ তুমি বচন আমাৰ॥
মই কলি তোমাক দিলোহো পৰিচয়।
তোক ৰাজ্য দিবো মই ভৈলোহো সদয়॥

নলৰ শৰীৰে মই কৰিলো প্ৰবেশ ।
অচিৰে কৰিবো মই আৰ ৰাজ্য নাশ ॥
পাশাখেলা পণ কৰি তাহাৰ সহিত ।
জিকাইয়া দিবো মই জানিবা নিশ্চিত ॥
কলিৰ মায়াতে ছন্ন পুষ্কৰ দুৰ্জ্জন ।
ৰাজ্য ভুঞ্জিবাক তাৰ ভৈলেক যে মন ॥
কলিসমে পুষ্কৰ আসিলা তান বাসে ।
নলৰ পাশক গৈয়া বোলে মৃদুভাষে ॥
তযু সহ দদা আজি খেলিবোহো পাশা ।
দেখো কেন কৰি তুমি কহা সত্যভাষা ॥
কলিৰ মায়াত ৰাজা বুদ্ধি বিপৰীত ।
পাশা খেলা পাতিলেক সোদৰ সহিত ॥
দ্বাপৰ ভৈলেক পাশা খেলা কৰে কলি ।
পেলাৱে পুষ্কৰ পাশা জয়ৰাম বুলি ॥
প্ৰথমতে কৈলাপণ ভণ্ডাৰৰ ধন ।
সেই বাজি জিতিলেক পুষ্কৰ দুৰ্জ্জন ॥
হাতি ঘোড়া দাস দাসী ৰথ সেনাগণ ।
একে একে পুষ্কৰ জিনিলা তেতিক্ষণ ॥
সুহৃদ বান্ধৱ পাত্ৰ মিত্ৰ যত জন ।
কেওৱে নোৱাৰিলে নলে কৰিতে বাৰণ ॥
তেবে যত বন্ধুগণ একত্ৰ হইয়া ।
ৰাণী দময়ন্তীক যে নিবেদিলা গৈয়া ॥

শুনাহা কুবুঁৰী আই কহো সত্য বাণী।
পাশাত মগন ভৈলা নল নৃপমণি॥
ধন সোণ হাতী ঘোড়া যতেক সম্পতি॥
পাশাত হাৰিলা ৰাজা চন্ন ভৈল মতি।
যি হয় যুগুত ৰাণী কৰা শীঘ্রগতি॥
পাৰা যদি নিবৰ্ত্তায়া আনা নৰপতি।
এতেক ভাবতী শুনি দময়ন্তী সতী॥
শীঘ্রগতি চলি গৈলা বিবাদিত আতি।
কাকুতি মিনতি কত বুলিলা বচন॥
কলিত আছন্ন ৰাজা নিদিলেক মন॥
শীৰে কৰাঘাত কৰি ঢাকুৰিয়া হিয়া।
অন্তেৰপুৰক ৰাণী গৈলাহা কান্দিয়া॥
ধাত্রীক সম্বোধি ৰাণী বুলিলা বচন।
সাৰথিক ডাকি তুমি আনা এতিক্ষণ॥
আজ্ঞা পাই তেবে ধাই চলিগৈলা ৰাস্তে।
সাৰথিক লগে লই আসিলা তুৰন্তে॥
সাৰথিক দেখি ৰাণী বুলিলা বচন।
সৰ্ব্বনাশ হেতু পথ কৰিলা ৰাজন॥
পুত্র কন্যা দুই জনে ত্বৰিত গমনে।
বাপাৰ ঘৰত তুমি ৰাখা এতিক্ষণে॥
পলম নকৰা ৰথ আনা শীঘ্রগতি।
আজ্ঞা মাত্র ৰথখান আনিলা সাৰথি॥

ৰথত তুলিয়া কন্যা পুত্ৰ দুই জন ।
পঠাইয়া দিলা তেবে বাপাৰ ভবন ॥
পুষ্কৰৰ সঙ্গে পাশা খেলি ৰাজা নল ।
ক্ৰমে ক্ৰমে ৰাজ্য ধন হ'ৰিলা সকল ॥
বসন ভূষণ আৰু ৰত্ন অলঙ্কাৰ ।
সকলো হাৰিলা ৰাজা নাহি কিছু আৰ ॥
হাসিয়া পুষ্কৰ তেবে বুলিলা বচন ।
দময়ন্তী ৰাণীক ইবাৰ কৰা পণ ॥
এতেক শুনিয়া নল আৰক্ত নয়ণ ।
গাৰহন্তে খসাইলেক ৰাজ আভৰণ ॥
একবস্ত্ৰ পিন্ধি ৰাজা বাহিৰ হুইলা ।
অন্তেষ পুৰত ৰাণী শুনিবাক পাইলা ॥
অঙ্গৰ ভূষণ যত পেলাইলা খুলিয়া ।
চলিলা ৰাজাৰ সঙ্গে একবস্ত্ৰা হুইয়া ॥
ঢোল পিটি আজ্ঞা দিলা দুৰন্ত পুষ্কৰ ।
আজি হন্তে ভৈলো মই নৈষধ ঈশ্বৰ ॥
নলক আশ্ৰয় দিয়া ৰাখিবে যি জন ।
সবংশে সহিত তাক কৰিবো নিধন ॥
ৰাজ্যে ৰাজ্যে এহি আজ্ঞা প্ৰচাৰ কৰিলা
পুষ্কৰৰ ভয়ে কেওঁৱে নলে নৰাখিলা ॥
তিন ৰাত্ৰি ছিলা নল নগৰ ভিতৰ ।
ভোক পিয়াসতে অতি ক্লান্ত কলেবৰ ॥

নদী তীৰে গৈয়া ৰাজা জল পান কৰি ।
অৰণ্যত প্ৰবেশ কৰিলা ধাৰি ধাবি ॥
ৰথচক্র নয় জানা ইসংসাৰ গতি ।
সুখ দুঃখ ভুঞ্জে নৰ নাহিকে নিকৃতি ॥
আজি আছে কালি নাই ঐশ্বৰ্য্য বিভুতি ।
সাক্ষাতে দেখাহা নল নৈষধৰ পতি ॥
সম্পদৰ বন্ধু আসি হোৱে বহুজন ।
বিপদৰ বন্ধু মাত্র হোৱে ধৰ্ম্ম ধন ॥
পূর্ণকান্তে বোলে ভাই সংসাৰ অসাৰ ।
এতেকে নেড়াহা ধৰ্ম্ম কহো সাৰে সাৰ ॥

——————:():——————

## দময়ন্তীৰ বন গমন ।

ছবি ।

দময়ন্তী লগে যায়, দেখি বোলে নল ৰায়,
শুনা প্ৰাণেশ্বৰী মোৰ বাক ।
একেতো দুৰ্গম বন, বাঘ ভালুকৰ স্থান,
আছে নানা বন্য জন্তু ঝাক ॥
কোন কাৰ্য্যে যাইবা তুমি, আগে প্ৰিয়া চোৱা গমি;
গৃহে থাকা সুখ ভোগ কৰি ।
গৃহত নেথাকা যদি, বাপৰ ভৱনে গতি;
কৰা প্ৰাণেশ্বৰী শীঘ্ৰ কৰি ॥

৬

মহাকষ্ট পাইবা বনে, নাহিবাহা অকাৰণে;
আসা যদি মোৰ মাথা খাৱ ।
প্ৰাণতো অধিকা তুমি, প্ৰতিজ্ঞা কৰিলোঁ৷ আমি;
সাক্ষী কৰি ইন্দ্ৰ আদি দেৱ ॥
কান্দি কহে দময়ন্তী, তুৱা বিনে মোৰ গতি;
নাহি আন শুনা প্ৰাণপতি ।
ইন্দ্ৰ আদি দেৱে ত্যজি তোমাক আছোহোঁ ভজি;
আৰে কিয় নিদাৰুণ আতি ॥
তোমাৰ পাশতে স্বৰ্গ, তযু পদে চতুৰ্ব্বৰ্গ;
নবাঞ্ছোহোঁ৷ শৰীৰৰ সুখ ।
তোমাৰ সুখতে সুখ, তয়ু দুঃখে মোৰ দুঃখ;
দাসী প্ৰতি নোহোৱা বিমুখ ॥
চৰণত ধৰো মই, নেদা বাধা মহাশয়;
যাওঁ মই তোমাৰ সহিত ।
তোমাৰ দেখিলে মুখ, কোন ছাৰ স্বৰ্গ সুখ;
নবাঞ্ছোহোঁ তাক কদাচিত ॥
তোমাৰ বিহনে মোৰ, স্বৰ্গয়ো নৰক ঘোৰ;
শুনা প্ৰভু কহিলো নিশ্চিত ।
একলে পাইবা কষ্ট, অৰণ্যত বহুমত;
মোক সঙ্গে লইবে উচিত ॥
ৰাণীৰ বচন শুনি, কহে নল নৃপমণি;
যত কহো সুশুনিলা কাণে ।

কপালৰ যিবা আঁক, কোনে খণ্ডিবেক তাক;
অনুমতি দিলো আসা বনে ॥
পুৰুষৰ আজ্ঞা পাই, ভিক্ষা কেহোঁ নাহি দেয়;
তোক পীয়াসতে দগ্ধ কায়া ।
কিনো বিধতাৰ বাজী, পৃথিবীৰ ৰাজা আজি;
ভিক্ষা বিনে মৰে শুকাইয়া ॥
যিবা ভাগ্য পুৰুষৰ, আৰু চৰিত্ৰ তিৰীৰ;
বুঝিবাক নপাৰে দেৱতা ।
বিধি ভৈলা বাম যাৰ, মহা কষ্ট হোৱে তাৰ;
ঈশ্বৰৰ বিনে নাহি ত্ৰাতা ॥
অনিত্য সংসাৰ ৰস, নহবা তাহাত বশ,
দেহা আজি আছে কালি নাই ।
দ্বিজ পূৰ্ণকান্তে কয়, হৃদি চিন্তি দয়াময়;
ৰাম নাম বিনে গতি নাই ॥

———:0:———

## নলৰ বনলৈ গমন ।

পদ । ভাৰ্য্যাক সঙ্গত লই নল মহামতি ।
লাজে অভিমানে দুঃখে বনে কৈলা গতি ॥
পৃথিবীত একছত্ৰী ৰাজা যেই ছিলা ।
দৈবৰ নিৰ্ব্বন্ধে তাৰ ভিক্ষা নিমিলিলা ॥

অৰণ্যত ভ্ৰমে ৰজা ভোকতে বিহ্বল ।
বন্য ফলমূল ৰজা বিচাৰি ন পাইল ॥
যাক ভুঞ্জাৱয় অন্ন প্ৰতি নিতে নিতে ।
তৃপিতি নহয়ে যাৰ দধি দুগ্ধ ঘৃতে ॥
ক্ষীৰখণ্ড পঞ্চামৃত যাহাৰ আহাৰ ।
ক্ষুধা তুল্য বন্য ফল ভৈলেক তাহাৰ ॥
নিৰ্দ্দয় নিষ্ঠুৰ কলি আতি ক্ৰুৰ মতি ।
সন্তোষ নভৈল কৰি এত লটি ঘটী ॥
ভৈলা পক্ষী ৰূপ কলি সোণৰ বৰণ ।
নলৰ আগত আসি দিলা দৰশন ॥
পক্ষী দেখি আনন্দতে গুণিলা ৰাজন ।
মাংস ভক্ষি পাখী বেচি পাইবো বহুধন
ধৰিবাক উপায় গুণিয়া মনে মন.।
পক্ষীৰ ওপৰে পেলাই কটিৰ বসন ॥
বস্ত্ৰ লৈয়া উড়িলা মায়াবী বিহঙ্গম ।
আকাশৰ পথে চলে কৰিয়া বিক্ৰম ॥
আকাশৰ হন্তে পক্ষী বুলিলা বচন ।
আমি কলি দ্বাপৰ বুলিয়া আৰে জান ॥
আমাসাক ত্যজি ভৈমী বৰিল তোমাৰে
তাৰ সমুচিত ফল দিলো বাৰে বাৰে ॥
ৰাজ্যভ্ৰষ্ট মতিচ্ছন্ন কৰিয়া তোমাক ।
দময়ন্তী সমে তোক পঠাওঁ বনক ॥

শুনি দময়ন্তীক বুলিলা ৰাজা নল।
শুনিলা কি প্ৰাণেশ্বৰী বিহঙ্গম বোল॥
অঙ্গে হুকয়াইলা যেই সেই বস্ত্ৰ নিল।
পক্ষীৰ বচনে মোৰ জ্ঞান হত ভৈল॥
তোমাৰ আক্ষেপে কৰে এতেক দুৰ্গতি।
সপাওঁ কলিৰ আশ অতি খল মতি॥
এতেকতে হিত বোলো শুনা প্ৰাণেশ্বৰী।
এহি পথে চলি যোৱা অবন্তী নগৰী॥
এহি পথে গৈলে পাইবা বিদৰ্ভ নগৰ।
শুনিয়া ভৈমীৰ ভয়ে কম্পিলা অন্তৰ॥
কান্দিয়া কহিলা ৰাণী শুনা নৰপতি।
ভয় বাক্য শুনি মোৰ স্থিৰ নোহে মতি॥
ৰাজ্য নাশ বনবাস বিবস্ত্ৰ হইলা।
ক্ষুধা তৃষ্ণা মহা দুঃখ সাগৰে ডুবিলা॥
সব পাসৰিবা মই থাকিলে সংহতি।
মোক ত্যজিবাক কেনে চাহা মহামতি॥
ভাৰ্য্যা বিহনে প্ৰভু নাহি সুখ লেশ।
আমাক ত্যজিলে বনে পাইবা বহু ক্লেশ॥
নল বোলে প্ৰাণেশ্বৰী স্বৰূপ বচন।
পৃথিবীত নাহি বন্ধু ভাৰ্য্যাৰ সমান॥
ত্যজিবাক পাৰো মই আপোন জীৱন।
তোক ত্যাগ নকৰিবো মই কদাচন।

ৰাণী বোলে যদি মোক ত্যাগ নকৰিবা ।
বিদৰ্ভৰ পথ মোক কিয় দেখাইবা ॥
এহিসে কাৰণে মোৰ চিন্তা যুক্ত মন ।
তুমি এড়ি গৈলে মোৰ নিশ্চয়ে মৰণ ॥
এক কথা কহো মই শুনাহে ৰাজন ।
বিদৰ্ভ নগৰে চলি যাওঁ দুইজন ॥
তোমাক দেখিলে পিতা হইবে হৰষিত ।
পূজিবেক দেৱ তুল্য কৰি যথোচিত ॥
নল বোলে চন্দ্ৰমুখী নোহে ইসময় ।
এই বেশে মিত্ৰ গৃহে যাইবে নলাগয় ॥
আপুনি জানাহা তুমি স্বয়ম্বৰ কালে ।
শ্বশুৰৰ ঘৰে গৈলো চতুৰঙ্গ দলে ॥
আৰে এই বেশে গৈলে হাসিবেক মোক ।
শত্ৰুগণে হাসিবেক বন্ধু পাইবে শোক ॥
পৰম বন্ধুৰ ঘৰে দৰিদ্ৰ যদি যায়ে ।
নিশ্চয় জানিবা তাৰ মান হানি হোয়ে ॥
অনাহাৰে তপ মই কৰিবো কাননে ।
তথাপিতো বন্ধু গৃহে নযাইবো কথনে ॥
বাৰম্বাৰ দময়ন্তী অনেক কহিলা ।
তথাপিও নল ৰাজা তাক নুশুনিলা ॥
যেই শাৰীখন ৰাণী পিন্ধিয়া আছিলা ।
সেই বস্ত্ৰ দুটো [illegible] পৰিধান কৈলা ॥

এড়িয়া যাইব স্বামী ভয় কৰি মনে।
একখানি বস্ত্ৰক পিন্ধিলা দুয়ো জনে॥
বেগে চলিবাক নাৰে চলে ধীৰে ধীৰ।
ভোক পিয়াসতে দোহে বিহ্বল শৰীৰ॥
বৃক্ষৰ তলত গৈয়া বসিল দুজনে।
অন্ন জল নাহি আৰু ভ্ৰমণ কাননে॥
অতি ক্লান্ত কলেৱৰ ভীম তনয়াৰ।
সিতান পাতিয়া ৰাজা উৰু আপোনাৰ॥
শুৱাইলা অতি যত্নে বৃক্ষৰ তলত।
ৰাজাক আকোলি ধৰি শুতিলা তহিত॥
একে সুকুমাৰী বহুদিন অনাহাৰ।
শোৱা মাত্ৰ নিদ্ৰা আসি লগ লৈলা তাৰ॥
দুগ্ধফেন তুল্য যাৰ শয্যা সুকুমল।
দাসায়ে সেৱয় যাৰ চৰণ কমল॥
সোণাৰ বিছনা বাৰে শৰীৰ জুৰায়।
তথাপিতো যি জনীৰ নিদ্ৰা না আসয়॥
আৰে বৃক্ষ তলে পড়ি ভৈলা অচেতন।
হায়! হায়! কিনো বিধি ভৈলা নিদাৰুণ॥

——:():——

## দময়ন্তীক এড়ি নলৰ গমন।

পদ। শৰাৰ অস্থিৰ নল শোক সন্তাপতে।
নিদ্ৰা নাই বসি ৰাজা গুণিলা মনতে॥

এই ঘোৰ অৰণ্যত ভৈমী যদি থাকে ।
দহিব অন্তৰ মোৰ আতি দুঃখ শোকে ॥
ত্যজিয়া কাননে আক যাওঁ স্থানান্তৰ ।
মোক নেদেখিলে সতী সঙ্গে পথিকৰ ॥
বাপৰ ঘৰত ভেবে কৰিবেক গতি ।
দুঃখৰ সাগৰ হন্তে পাইবে মুকুতি ॥
একলে এড়িয়া যাইবো ঘোৰ বনস্থল ।
এহি চিন্তাতেসে মই ভৈলোহো বিহ্বল ॥
তপস্বিনী পতিব্ৰতা ভকতি আমাতে ।
আক্ষ বল কৰে হেন নাহি ত্ৰিজগতে ॥
কলিত আছন্ন ৰাজা হত নিজ জ্ঞান ।
কেন মতে ত্যজো আক গুণে মনে মন ॥
একেখানি বস্ত্ৰ পিন্ধি আছো দুই জনা ।
কেন কৰি ছিণ্ডোঁ বস্ত্ৰ কৰে আলোচনা ॥
ৰজাৰ কামনা বুজি কলি আসি ঝান্তে ।
খড়্গৰূপ ধৰি পড়ি থাকিলা আগতে ॥
অস্ত্ৰক দেখিয়া ৰাজা হৰষিত ভৈলা ।
মাজতে কাটিয়া বস্ত্ৰ দুখনি কৰিলা ॥
তথা হন্তে ধীৰে ধীৰে গমন কৰিলা ।
কতো দূৰে যাই ৰাজা উলটি আসিলা ॥
দেখিলা বৈদৰ্ভী নিদ্ৰা যাৱে অচেতন ।
বিয়াকুল ভৈলা ৰাজা কৰিলা ক্ৰন্দন ॥

সিংহ ব্যাঘ্র সমাকুল এহি ঘোৰ বনে ।
কি গতি হুইবে প্রিয়া মোৰ অবিহনে ॥
হে সূৰ্য্য পৱন চন্দ্ৰ বনৰ দেৱতা ।
তোমা সৱে ৰক্ষা কৰা মোহোৰ বনিতা ॥
শৰত চন্দ্ৰৰ কান্তি দময়ন্তী মুখ ।
কেন মতে এড়ো আক দিয়া বহু দুঃখ ॥
কলি বশে নল ৰাজা হুইলা নিষ্ঠুৰ ।
তথাপিতো ভৈলা ৰাজা আতি শোকাতুৰ ॥
এতেক বুলিয়া ৰাজা কৰিলা গমন ।
পুনঃ কতো দূৰ হন্তে আসিলা ৰাজন ॥
কলিত আছন্ন ৰাজা দুই ফালে মন ।
ভাৰ্য্যা স্নেহ এড়িবাক নপাৰে ৰাজন ॥
দময়ন্তী মুখ চাহি পুনঃ বোলে বাক ।
অনাথা কৰিয়া প্রিয়ে যাইবো তোমাক ॥
যাৰ অৰ্থে আকিঞ্চন কৰে দেৱগণে ।
মই নৰাধমে তাক এড়ি যাওঁ বনে ॥
কদাচিতো বিধি যদি হোৱে অনুকুল ।
তেবেসে তোমাৰ সহ হুব পুনঃ মিল ॥
কলিবশে মন পুনঃ ভৈলেক চঞ্চল ।
ভৈমীক এড়িয়া গৈলা নৰপতি নল ॥
শীঘ্ৰ বেগে চলি ৰাজা গৈলা তেতিক্ষণ ।
প্রৱেশ কৰিলা গৈয়া দুৰ্ঘোৰ কানন ॥

বন পর্ব্বে নলাখ্যান যেই জন শুনে ।
অশেষ দুঃখৰ পাৰ হোৱে সেই জনে ॥
ব্যাসৰ বচন আত নাহিকে সংশয় ।
পদ বন্ধে ৰচি পুর্ণকান্ত দ্বিজে কয় ॥

নিদ্ৰা ভঙ্গে ৰূপৱতী, পাশত নেদেখি পতি,
দময়ন্তী মানিলা বিস্ময় ।
ভয়তে কম্পিত তনু, ৰাহুগ্ৰস্ত যেনে ভানু,
ভূমিত পড়িলা মূৰ্চ্চা হুই ॥
আছিলোহো এক সাত, কৈক গৈলা এড়ি নাথ;
ভয়ে মোৰ স্থিৰ নোহে মতি ।
শৰীৰ অবশ মোৰ' দেখো ঘোৰ অন্ধকাৰ;
তোমাৰ বিহনে প্ৰাণপতি ॥
কৈক গৈলা প্ৰাণেশ্বৰ, ডাকো মই সকাতৰ;
দেখা দিয়া কৰোহো মিনতি ।
একে মহা ঘোৰ বন, তাতে হিংস্ৰ জন্তুগণ;
চাৰি পাশে কৰে আৰ্ত্তৰাৱ ॥
ৰাখি একাকিনী মোক, কৈক গৈলা পুণ্যশ্লোক;
দময়ন্তী হৃদয় বান্ধৱ ॥
কোন মহা দোষে দোষী, ইহলোকে এই দাসী;
কহা প্ৰভু তোমাৰ চৰণে ।
কিয় ভৈলা নিদাৰুণ, কোঁৱা মোৰ প্ৰাণধন;
জীওঁ আৰে মই কোন প্ৰাণে ॥

তিন দিন অনাহাৰী, মহাদুঃখে যাওঁ মৰি;
গাৱত শকতি নাহি আৰ।
কুমাৰৰ চাক প্ৰায়, মুণ্ড মোৰ ঘূৰি যায়;
দশো দিশ দেখো অন্ধকাৰ॥
মশকে দংশিলে যাক, কৰা তুমি হাঁ হুতাস;
আবে কিয় ভৈলা নিদাৰুণ।
ত্যজি সব দয়া মায়া, বজ্ৰেৰে বান্ধিয়া হিয়া;
বনে গৈলা কিসৰ কাৰণ॥
ত্যজি পিতৃ মাতৃ ভ্ৰাতৃ, আৰু তনয় দুহিতৃ;
কেৱলে তোমাক কৰি আশ।
আসিলো অৰণ্যে মই, সুখ দুঃখ ভাগী হই;
আবে মোৰ ভৈল সৰ্ব্বনাশ॥
পতিব্ৰতা ধৰ্ম্ম ধৰি, চৰণত সেৱা কৰি;
একে লগে বঞ্চিবো দুজন।
হেন আশা কৰি মনে, সঙ্গক নেড়িয়া বনে;
গৃহ এড়ি কৈলো আগমন।
যাতনা নসহে আৰ, কহো বাণী সকাতৰ;
ক্ষমা কৰা প্ৰাণপতি মোৰ।
লুকাইয়া আছা যদি, দেখা দিয়া প্ৰাণ পতি;
প্ৰাণ মোৰ কৰে ধৰফৰ॥
ছিঙ্গিয়া প্ৰণয় ডোৰ, পাশ এড়ি গৈলা মোৰ;
আবে মই যাওঁ কৈক লাগি।

তৰুসমে লতা যেনে, আছিলোহো মই তেনে;
কিয় মোক কৰিলা অভাগী ॥
কণ্টকে বিন্ধিলে পাৱ, শক্তিহীন ভৈল গাৱ;
ৰুধিৰত লিপ্ত ভৈল দেহ ।
তুমি কায়া মই ছায়া, বুলি আছা কৰি দায়া;
কোন দোষে এড়া আবে স্নেহ ॥
প্ৰতিজ্ঞা কৰিলা পূৰ্ব্বে, সাক্ষী কৰি সৰ্ব্বদেৱে;
মোক নছাড়িবা কদাচন ।
প্ৰাণত অধিক কৰি, হৃদয়ত থাকা ধৰি;
ধৈৰ্য্য এড়া নেদেখিলে ক্ষণ ॥
ধাৰ্ম্মিকৰ চূড়ামণী পণ্ডিতৰ অগ্ৰগণী;
ভূপতিৰ শ্ৰেষ্ঠ শিৰোমণি ।
কি কাৰণে আজি মোক, দিলা এহি মহা শোক;
বনে মোক কৰিলা দুঃখিনী ॥
ইন্দ্ৰ আদি দেৱে তাজি, তোমাক আছোহো ভজি;
কৰা কৃপা কৰুণা সাগৰ ।
তযু পুত্ৰ কন্যা দুই, সোণৰ পুতলি প্ৰাই;
অনাথ ভৈলেক আজি ঘোৰ ॥
বিপুল ৰাজ্যৰ ভাৰ, ত্যজি ভৈলা দিগম্বৰ;
আবে প্ৰভু ত্যজিলাহা মোক ।
শুনা দেৱৰ পুষ্কৰ, সিদ্ধ মনোৰথ তোৰ;
নিৰাপদে ভুঞ্জা ৰাজ্য সুখ ॥

বাঘ ঘোঙ্গ সিংহ গঁড়, করে আৰ্ত্তৰাৱ ঘোৰ;
আগতে ওলাই বাৰম্বাৰ।
শব্দ শুনি ভয়ঙ্কৰ, গাৱ কাম্পে থৰ থৰ;
দেখি ধাতু উড়ি যাই মোৰ॥
বন জন্তু খাই মাৰে, একাকিনা পাই মোৰে;
ৰক্ষা কৰা নোহোৱা নিৰ্দ্দয়।
তযু শয্যাৰ সঙ্গিনী, অৰণ্যত একাকিনী;
বন জন্তু হাতে প্ৰাণ যায়॥
তোমাৰ বিহনে মোৰ, লোতক বহে নেত্ৰৰ;
ধূলিত ধূসৰ কলেৱৰ।
মুখত ধৰিয়া মুখ, সাম্পটি ধৰিয়া যাক;
ভুজপাশে বান্ধি গলা যাৰ।
সতৃষ্ণ নয়নে চাহি, মুখত মিছিকি হাসি;
অন্তৰক তুষি আছা যাৰ॥
ঘৰ্ম্ম বিন্দু দেখি যাৰ, কৰা তুমি হাহাকাৰ;
আৰে তাৰ ৰক্তাক্ত শৰীৰ॥
যাক নেদেখিলে ক্ষণ, চাকইৰ বিহনে যেন;
চকোৱা কৰয় ধৰফৰ।
হেন তযু প্ৰণয়িনী, ভৈলে আবে অনাথিনী;
দেখা আসি প্ৰাণৰ ঈশ্বৰ॥
শুনা বন দেৱী আই, মিনতি কৰোহো মই;
কহা কোন পথে গৈলা পতি।

শুনা দেৱতা পৱন, জগতৰ তুমি প্ৰাণ,
সৰ্ব্বস্থানে কৰা তুমি গতি ॥
অধিনীক কৃপা কৰি, দিয়া স্বামীৰ বাতৰি;
কৈক গৈলা প্ৰাণনাথ মোৰ ।
শব্দবহ নাম তোৰ, মোৰ আতুৰায় ঘোৰ;
লৈয়া যাহা পতিৰ কাশৰ ॥
শুনা সভাসদ যত, কহো লেছাৰীৰ পদ;
পাছে ভৈমী যি কৰ্ম্ম কৰিলা ।
এড়ি সৱে আন কাম, বোলা ডাকি ৰাম ৰাম;
যাৰ নামে পাপী উদ্ধাৰিলা ॥

## লেছাৰী ।

ভীমৰ নন্দিনী সুবদনী, স্বামীৰ ৰূপক মনে গুণি;
বিনাইয়া হিয়া খুণ্ডি কান্দে বহুতৰ ।
কণ্টকে বিন্ধিয়া কৰে খুন, ক্ষণে কান্দে সতী ক্ষণে মৌন;
অন্বেষিয়া প্ৰাণপতি ফুৰে নিৰন্তৰ ॥
উজুটী খাইয়া পৰে বনে, গাৱত ৰুধিৰ শ্ৰৱে ঘনে;
ক্ষণে অচেতন ক্ষণেকে হোৱে কাতৰ ।
মূৰ্চ্ছিতা দেবী পড়ি মাটীত, ধূলিৰে সৰ্ব্বাঙ্গ ধূসৰিত;
চেতন লভিয়া পুনঃ কৰে ধৰফৰ ॥
কৈক গৈলা নাথ এড়ি মোক, তোমাৰ বিহনে পাওঁ শোক;
এহিবুলি দময়ন্তী কান্দে ভূমে পৰি ।

হেনকালে এক অজাগৰ, ফেট তুলি আতি ভয়ঙ্কৰ;
মুখ মেলি গিলিবাক ধায় শীঘ্ৰ কৰি ॥
গ্ৰাসিবাক চলে কাল ফণী, দেখি কম্পি ভয়ে সুবদনী;
নিচুকি থাকিলা যেন চিত্ৰৰ পুতলা ।
ভুজঙ্গে ধৰিয়া মাৰে খাই, ৰক্ষা কৰা মোক নল ৰাই;
পুত্ৰৱতী ভাৰ্য্যা তযু কাতৰে ডাকিল ॥
সৰ্পে দংশে মোক নাহি খেদ, অন্তকালে মই ভৈলো ভেদ;
এহি চিন্তাতেসে আবে যাৱে মোৰ প্ৰাণ ।
হেন কালে এক ব্যাধপুত, ধনু তীক্ষ্ণ শৰ কৰি যুত;
সৰ্পক টোৱাঁই এড়িলেক তীক্ষ্ণ বাণ ॥
খণ্ড খণ্ড কৰি কাটি সাপ, বুলিলা কন্যা নকৰা তাপ;
স্থিৰ হোৱা নাহি সৰ্প ভয় আছো মই ।
কাটিলো সৰ্পক দেখা তুমি, ভজা মোক আদে সুবদনী;
লইয়া ঘৰক যাওঁ কান্ধত চড়াই ॥

———:0:———

## ব্যাধৰ প্ৰতি দময়ন্তীৰ শাপ ।

ব্যাধ বোলে কিয় তুমি ভ্ৰমা অকাৰণে ।
ঘৰক চলাহা মই ৰাখিবো যতনে ॥
চৰণক সেবি মই হইবো কিঙ্কৰ ।
যেৱে যিবা আজ্ঞা দিবা পালিবো সত্বৰ ॥

মোৰ সঙ্গে দ্বন্দ করি প্ৰিয়সী আমাৰ ।
মোক এড়ি গৈয়া পত্তি ভজিলেক আৰ ॥
অন্বেখ্য হৰিণ মই মাৰো দিনে দিনে ।
গেলি পচি যাই মাংস ভাৰ্য্যা অবিহনে ॥
হাটে বসি মংস বেচে নাহি হেন জন ।
এতেকতে চলা তুমি আমাৰ ভৱন ॥
আপুনি মাৰিয়া জন্তু হাটত লইয়া ।
আধা মুলি কৰি যেনে তেনে আসো দিয়া ॥
মাৰিবো হৰিণ মই তুমি বেচা বসি ।
দুনা লাভ হুব কহো শুনাহা ৰূপসি ॥
অকাৰণে অৰণ্যত ভ্ৰমা একাকিনী ।
আহা প্ৰিয়া মোৰ ঘৰে হুইবাহা ঘৈণী ॥
শুভদিন ভৈল দুঃখ নেভাবিবা মনে ।
সুখতে বঞ্চিবা সদা মোহোৰ ভৱনে ॥
ব্যাধৰ স্বভাব দেখি ভীমৰ নন্দিনী ।
মুণ্ডত পড়িল বজ্ৰ কাম্পে দেহাখানি ॥
হাত যোড় কৰি ব্যাধে কৰে নিবেদন ।
তুমি মোৰ বাপ নকহিবা কুবচন ॥
অজাগড়ে মাৰি তুমি প্ৰাণ দান দিলা ।
সি কাৰণে ব্যাধ তুমি মোৰ পিতৃ ভৈলা ॥
এতেক শুনিয়া ব্যাধ ক্ৰোধত জ্বলিলা ।
বান্ধি ধৰি নিবো তোক বচন বুলিলা ॥

বিকট আকাৰ ব্যাধ বেগে গৈলা খেদি ।
দেখি সতী কন্যাৰ কম্পিবে লৈলা হৃদি ॥
সুচুৰি সুচুৰি বুলি হুসকি চলিলা ।
অভয়াক এক চিত্তে চিন্তিবে লাগিলা ॥
শঙ্কটত পড়ি দেবী নেদেখি উপায় ।
আকুল হুইয়া ভৈমী ডাকে অভয়ায় ॥
দুৰ্গতী নাশিনী দুৰ্গা ৰাখাহা আমাৰে ।
কৃপা কৰি কৰা পাৰ দুৰ্ঘোৰ সংসাৰে ॥
তোমা বিনে নাহি আই মোৰ আজি গতি ।
ব্যাধৰ হাতত ৰক্ষা কৰা ভগৱতী ॥
বাৰে বাৰে অৱতাৰ ধৰি পৃথিবীত ।
অসুৰক বধি পালি আছাহা জগত ॥
দুৰাচাৰ ব্যাধে মোৰ ধৰ্ম্ম নষ্ট কৰে ।
শৰণ লৈলোহো মাতৃ ৰাখাহা আমাৰে ॥
তোমাৰ চৰণে যদি থাকে মোৰ ৰতি ।
যত্তপি নলত মোৰ থাকয় ভকতি ॥
সাক্ষী থাকা চন্দ্ৰ সূৰ্য্য আৰু দেৱগণ ।
বিনা দোষে ধৰ্ম্ম লৱে ব্যাধৰ নন্দন ॥
যদি সত্য হোৱে চন্দ্ৰ সূৰ্য্য দিবা ৰাতি ।
যদি কদাচিতো হওঁ পতিব্ৰতা সতী ॥
মোৰ শাপে ভস্ম হোক ব্যাধৰ তনয় ।
অব্যৰ্থ সতীৰ বাক্য খণ্ডন নহয় ॥

ভস্ম ভৈলা তেতিক্ষণে ব্যাধ কলেৱৰ ।
পোড়া জুমুথিৰ প্ৰায় ভৈলন্ত আকাৰ ॥
সতীৰ চৰিত্ৰ জানা অপূৰ্ব্ব কাহিনী ।
পদবন্ধে ভণে পূৰ্ণ স্মৰিয়া ভৱানী ॥
শুনিলে লভয় নৰ আতি দিব্য জ্ঞান ।
কলি ভয় নাহি থাকে স্বৰূপ বচন ॥
অৰণ্য পৰ্ব্বৰ কথা নলৰ চৰিত্ৰ ।
পুণ্য কথা ভাৰতৰ শুনিলে পবিত্ৰ ॥

———:0———

## দময়ন্তীৰ সুবাহুৰ নগৰে গমন ।

নদনদী কণ্টক পৰ্ব্বত ঘোৰ বনে ।
ৰাতি দিনে চলি যাৱে নিৰাতঙ্ক মনে ॥
ক্ষুধায়ে তৃষ্ণায়ে আতি বদন মলিন ।
হেন মতে অৰণ্যত ভ্ৰমে কতো দিন ॥
একদিনা দৈব যোগে দেখে নদী কুলে ।
বাণিজ্যৰ দ্ৰব্য লই বহু লোক চলে ॥
ভৈমীক দেখিয়া সবে বিস্ময় হুইলা ।
ডাকিনী যুগুনী বুলি ভয়তে পলাইলা ॥
তাসম্বাৰ মধ্যে জ্ঞানবন্ত একজন ।
[illegible] জিজ্ঞাসিলা স্থিৰ কৰি মন ॥

ক্ষণে হাসা ক্ষণে নাচা বাউলী হুইয়া ।
ৰাক্ষসী পিশাচী কিম্বা মানুষৰ জায়া ॥
কোন তুমি কিয় ভ্ৰমা নিৰ্জ্জন কাননে ।
সত্য পৰিচয় তুমি দিয়া এতিক্ষণে ॥
দময়ন্তী বোলে নোহো পিশাচী ৰাক্ষসী ।
স্বামীক বিচাৰি ফুৰো মই যে মানুষী ॥
অৰণ্যৰ মধ্যে স্বামী এড়ি গৈলা মোক ।
সত্যে সত্যে কোৱা যদি দেখিয়াছা তাক ॥
এতেক শুনিয়া বোলে বণিক নন্দন ।
তোমাত বিনে এহি বনে নাহি দেখো আন ॥
ছেদি ৰাজ্যে যাওঁ আমি বাণিজ্য কাৰণে ।
আসা আমাসাৰ লগে যদি ধৰে মনে ॥
আশ্বাস পাইয়া তেবে চলিলা সংহতি ।
পথত হস্তীয়ে পাই কৰে লটিঘটি ॥
বৃক্ষত উঠিয়া সতী ৰক্ষিলা ৰজনী ।
পৰদিনে ছেদি ৰাজ্যে প্ৰবেশিলা ধনী ॥
কান্দি কান্দি কৰে ভৈমী নগৰে প্ৰবেশ ।
বসন নাহিক অঙ্গে পাগলিনী বেশ ॥
মনে মনে দময়ন্তী কৰয় ভাবনা ।
মাতৃৰ ভগিণী মোৰ সুৰাহু অঙ্গনা ॥
ৰহিবোহো কিছু কাল মাসীদেৱী ঘৰে ।
নতুবা মাগিয়া ভিক্ষা খাইবো ঘৰে ঘৰে ॥

এতেক শুনিয়া ভৈমী কৰিলা গমন ।
ধূলাতে মলিন দেহা বিবৰ্ণ বদন ॥
ভস্মত ঢাকিয়া যেন সুবৰ্ণৰ লতা ।
দাসী মুখে ইলাৱতী শুনিয়া বাৰতা ॥
লিগিৰী পঠাই আনে অন্তেষ পুৰত ।
পৰিচয় জিজ্ঞাসিলা ৰাণী যথোচিত ॥
কাহাৰ নন্দিনী তুমি কাহাৰ গৃহিণী ।
কিয় পাগলিনী ভেষে ভ্ৰমা একাকিনী ॥
দময়ন্তী বোলে শুনা কহো ৰাণী আই ।
বৈদৰ্ভীৰ সহচৰী আছিলোঁহো মই ॥
পতি সনে গৈলা ভৈমী এড়ি ৰাজ্য আশা ।
পুষ্কৰে কৰিলে মোৰ এনুৱা দুৰ্দ্দশা ॥
এতেক বুলিয়া সতী কৰিলা ৰোদন ।
আশ্বাস কৰিলা ৰাণী বুলি সুবচন ॥
নেকান্দাহা কন্যা তুমি চিত্ত কৰা স্থিৰ ।
তয় দুঃখ দেখি মোৰ বিদৰে শৰীৰ ॥
ইলাৱতী বোলে শুনা বচন আমাৰ ।
মোৰ ঘৰে থাকা তুমি শঙ্কা নাহি আৰ ॥
ভৈমী বোলে যদি আই ভৈলাহা সদয় ।
তেবেসে থাকিব পাৰো তোমাৰ আলয় ॥
পুষ্কৰৰ সঙ্গে মোৰ নুহিবে কথন ।
পুষ্কৰৰ পাশক ন যাইবো কদাচন ॥

উচ্ছিষ্টক ন পর্শিবো পদে নেদো হাত।
এহি ব্রত আছে মোৰ কহিলো তোমাত॥
সেহিমতে থাকা বুলি ভৈমীক কহিয়া।
ডাকিলা সুনন্দা নামে আপোন তনয়া॥
ৰাজৰাণী বুলিলেক তনয়াক মাতি।
সখী কৰা আই তুমি এইৰ সংহতি॥

——:0:——

## নলৰ খেদ ও কৰ্কোটকৰ দংশন।

ভাৰ্য্যা এড়ি নল, ভৈলাহা বিহ্বল,
চলিলন্ত শীঘ্ৰ পাৰে।
বায়ুবেগে ধাইলা পিছে নচাহিলা,
শ্ৰমে জল বহে গাৱে॥
কিছু দূৰ গৈয়া, বিয়াকুল হুইয়া,
শীৰে কৰাঘাত হানে।
কি কৰিলো হাঁয়, ত্যজিয়া ভাৰ্য্যায়,
আবে পুড়ি মৰো প্ৰাণে॥
অসামান্যা কন্যা, ৰূপে গুণে ধন্যা,
দেৱতা ইচ্ছিলে যাক।
নভজি দেৱক, ভজিলেক মোক,
কোন্ দোষে ত্যজো তাক॥

বান্ধৈ তিনি দিন, আহাৰ বিহীন,
নিদ্ৰাযুক্তা পতিব্ৰতা ।
পাষাণৰ হৃদি, বান্ধে মোৰ বিধি,
নলৈলো তাৰ বাৰতা ॥
বিনাইয়া নল, গৈয়া সেহি স্থল,
দময়ন্তী নাহি পায় ।
দশো দিশ শূন্য, নল ভৈলা ক্ষুন্ন,
ভূমে পড়ি মূৰ্চ্চা যায় ॥
কৰে বহু খেদ, হিয়া ভৈল ভেদ,
মই পৰম নিষ্ঠুৰ ।
জলে পড়ি মৰো, দুঃখ পৰিহৰো,
শোকক কৰোহো দূৰ ॥
এত চিন্তি ৰায়, মৰিবাক যায়,
শুনিলন্ত আৰ্ত্তধ্বনী ।
শুনা পুণ্য শ্লোক, ৰক্ষা কৰা মোক,
ৰাখা প্ৰাণ নৃপমণি ॥
দাবানলে মই, নিস্তাৰাহা ৰাই,
কীৰ্ত্তি ঘুষিব জগত ।
শুনি দয়াময়, দিলন্ত অভয়,
মোক কোনে দিয়া মাত ॥
মা ভয় মা ভয়, দিলোহো অভয়,
কোন তুমি অগ্নি মাঝ ।

শুনি কর্কোটক, মাতিলা নলক,
কর্কোটক সর্পৰাজ ॥
নাৰদৰ শাপে, পুড়ি মৰো তাপে,
শুনা শুনা নৃপমণি ।
দেখি তযু মুখ, অন্ত ভৈল দুঃখ,
শাপান্ত কহিলা মুনি ॥
বিলম্ব ন কৰা, সত্বৰে উদ্ধাৰা,
পুড়ি মৰো দাবানলে ।
পর্ব্বত আকাৰ, দেহা ভয়ঙ্কৰ,
নিয়া ধৰি তুলি বলে ॥
শুনি নৰপতি, গৈয়া শীঘ্রগতি,
সর্পক কন্ধত লই ।
অনলৰ হন্তে, আনিলা তুৰন্তে,
সর্পক কৈলা নির্ভয় ॥
পাইয়া অভয়, নাগবৰ কয়,
তাৰিলা মোক ইবাৰ ।
উপকাৰ মানি, দেখা নৃপমণি,
সাধো তোৰ উপকাৰ ॥
এতেক কহিয়া, নলক ধৰিয়া,
দংশিলন্ত ফণিৰাজ ।
ৰাজা বোলে ভাল, তুমি মহা কাল,
প্রাণ আবে ভৈল বাজ ॥

সাধিয়া স্বকৰ্ম্ম, প্ৰকাশি স্বধৰ্ম্ম,
কৰিলা মোক দংশন ।
তুমি মহা খল, দিলা প্ৰতিফল,
মোৰ হস্তে পায়া প্ৰাণ ॥
নাহি দোষ তোৰ, স্বভাব জাতিৰ,
অকৃতজ্ঞ খল জাতি ।
বোলে নাগপতি, নেভাবা দুৰ্গতি,
কৈলো উপকাৰ আতি ॥
তযু দেহে কলি, মৰিবেক জ্বলি,
কাল কুটৰ জ্বালায় ।
তোমাক এড়িয়া, যাইবে চলিয়া,
নকৰিবা কিছু ভয় ॥
কুৎসিত আকাৰ, ভৈলা নৰবৰ,
দেহা দেখা আপোনাৰ ।
দুখৰ সময়, শোভা নাহি পায়,
সুলক্ষণ কলেৱৰ ।
এহি বেশে আবে, যৈত তুমি যাবে;
কেওঁৱে নিচিনিব ভূপ ।
এতেকতে মই, চিন্তিয়া উপায়;
দংশিয়া কৈলো কুৰূপ ॥
শুনা উপদেশ, ধাৰ্ম্মিক নৰেশ;
অযোধ্যাত কৰা গতি ।

ৰাজা ঋতুপৰ্ণ, পালে চতুৰ্ব্বৰ্ণ;
বঞ্চাহা হুয়া সাৰথী ॥
বৈদৰ্ভী ৰূপসী, তোমাৰ প্ৰিয়সী;
আৰু পুত্ৰ কন্যা দুই।
অচিৰে পাইবা, নিশ্চয়ে জানিবা;
নেমানা ৰাজা সংশয় ॥
স্মৰিবাহা মোক, পাইবা ৰূপক,
ৰাজ্যও পাইবা পুনঃ।
এতেক কহিয়া, বস্ত্ৰ এক দিয়া;
নাগ ভৈলা অন্তৰ্ধান ॥
উমাকান্তাত্মজ, পূৰ্ণকান্ত দ্বিজ;
ভণে বন্দি কৃষ্ণপদ।
কৰ্কোটক গুণ, যি কৰে শ্ৰৱণ
নহয়ে তাৰ আপদ ॥

———:0:———

## ঋতুপৰ্ণ ৰাজাৰ দেশত নলৰ প্ৰবেশ।

কানন ত্যজি ৰায়, ধীৰে ধীৰে চলি যায়;
অযোধ্যাত ভৈলা উপনাত।
তৈতে ঋতুপৰ্ণ ৰজা, মহাবীৰ মহা তেজা;
জ্ঞানী দানী সুধীৰ চৰিত ॥

পণ্ডিতে বেঢ়িছে সভা, ইন্দ্র সভা জিনি শোভা
শাস্ত্রৰ প্রসঙ্গ ৰাত্রি দিন ।
মহা মহা বীৰগণ, কৰে নানা আলোচন;
আৰু কত বহিছে প্রবীণ ॥
নটীয়ে কৰিছে নৃত্য, চাৰি পাশে বেঢ়ি ভৃত্য;
চামৰেৰে কৰে সমীৰণ ।
শ্বেত ছত্র ধৰে শিৰে, ভাটে যে ভটিমা পঢ়ে;
ৰাজকার্য্য কৰে আলোচন ॥
ই সময়ে নলৰাজ, আসিলা সভাৰ মাজ;
ছিন্ন বস্ত্র মলিন আকাৰ ।
দেখি ঋতুপর্ণ ৰায়, সমাদৰে বহুৱাই;
জিজ্ঞাসা কৰিলা সমাচাৰ ॥
কৈত ধাম কিবা নাম, হেথা আছে কি সকাম;
আৰু তুমি হোৱা কোন্ জাতি ।
নল বোলে নৰপতি, কহো মোৰ গুড়ি আঁতি;
শুনা ৰাজা মোহোৰ মিনতি ॥
আছিলো নলৰ ৰাজ্যে, নিযুক্ত সাৰথী কার্য্যে
সুত জাতি নামত বাহুক ।
নলৰাজা গৈলা বনে, ভৈলো দুঃখী সিকাৰণে;
পুষ্কৰেও দুঃখ দেই মোক ॥
যদি ৰাখা থাকো মই, অশ্বগণে ৰাখো গই;
শুনা ৰাজা কৰোহো মিনতি ।

মই চলাইলে ৰথ ছয় মাসেকৰে পথ;
ছয় দণ্ডে কালে কৰে গতি ॥
বাহুকৰ কথা শুনি, হৰষিত নৃপমণি;
আশ্বাসিয়া ৰাখিলা তাহাক ।
যত অশ্বপাল মোৰ, অধীনে থাকিব তোৰ;
আজি ধৰি ভাৰ দিলো তোক ॥
দ্বিজ পূর্ণকান্ত নাম, ডিবৰুগড়ত ধাম;
পদছন্দে ভণিলা আখ্যান ।
শুনা সভাসদ লোক, ৰাম নাম ঘুষিয়োক;
নাহি আত পৰে পুণ্য আন ॥

দশ দিন অৰণ্যত ভ্ৰমি নানা ক্লেশে ।
অযোধ্যাত ৰঞ্চে নল অতি দীন বেশে ॥
অন্ন জল নুৰুচয় পত্নীক ভাবিয়া ।
দিবা ৰাত্ৰি চিন্তে কৈক গৈল মোৰ প্ৰিয়া ॥
নেজানোহো কি কৰিলা মোৰ অবিহনে ।
অনাহাৰে একাকিনী আছে কোন স্থানে ॥
ভয়ঙ্কৰ সিংহ ব্যাঘ্ৰ সমাকুল বনে ।
মই নৰাধমে ত্যেৰে এড়িলো কি মনে ॥
পতিব্ৰতা পুত্ৰৱতী অনুৰক্তা মোত ।
হেন ভাৰ্য্যা এড়ি জীৱন্তে মৃত্যুৰত ॥

———:0:———

# দময়ন্তীৰ উদ্দেশ ।

ভাৰ্য্যা সঙ্গে গৈলা নল অৰণ্য ভিতৰ ।
চৰ মুখে বাৰ্ত্তা শুনে ভীম নৰবৰ ॥
শোকত ব্যাকুল আতি ভীম মহামতি ।
সহস্ৰ সহস্ৰ দ্বিজ আনে শীঘ্ৰগতি ॥
দ্বিজগণ প্ৰতি ৰাজা বুলিলা বচন ।
নল আৰু দময়ীৰ কৰা অন্বেষণ ॥
সন্ধান কহিবে মোক পাৰে যেই জনে ।
তুষিবো তাহাক মই নানা ৰত্ন ধনে ॥
এহি বুলি দ্বিজগণে মেলানি কৰিলা ।
আজ্ঞা মাত্রে বিপ্ৰগণ দেশে দেশে গৈলা
সুদেৱ নামত দ্বিজ ভ্ৰমি নানা দেশ ।
সুবাহু ৰাজ্যত গৈয়া কৰিলা প্ৰবেশ ॥
কিছুদিন থাকি তৈত পাইলা উদ্দেশ ;
ৰাজগৃহে আছে ভৈমী লিগিৰীৰ বেশ ॥
ৰাজ গৃহে গৈয়া তেবে দ্বিজ বিচক্ষণ ।
সৈৰিন্ধ্ৰিৰ পাশে যাই কৰে নিৰীক্ষণ ॥
চন্দ্ৰাননা সুলোচনা দীৰ্ঘ মুক্তকেশী ।
পীনোন্নত পয়োধৰা সুনাসা সুবেশী ॥
অনুপম ৰূপ গুণ দেখিয়া ব্ৰাহ্মণ ।
জানিলা বৈদৰ্ভী এহি ইথে নাহি আন ॥

স্বামীৰ বিচ্ছেদে ক্ষীণা বিবর্ণ বদন।
শুনি ভাবি বিপ্রে তেবে বুলিলা বচন ॥
শুনা আই মই হওঁ ভ্রাতৃ সখা তোৰ।
তোমাক চাহিয়া ভ্রমো দেশ দেশান্তৰ ॥
তযু পুত্র কন্যা দুটী আছয় কুশলে।
তোৰ অর্থে পিতৃ মাতৃ তিতে নেত্রজলে ॥
এতেক কহিলা যদি সুদেব ব্রাহ্মণ।
উচুপিয়া ভৈমী তেবে যুড়িলা ক্রন্দন ॥
বার্ত্তা শুনি ৰাজৰাণী শীঘ্রগতি আইলা।
কাহাৰ তনয়া এহি ব্রাহ্মণে সুধিলা ॥
যদি কিছু জানা মোক কোৱা দ্বিজবৰ।
শুনিয়া সুদেব তেবে কৰিলা উত্তৰ ॥
বিদর্ভ ঈশ্বৰ ভীম ৰাজাৰ দুহিতা।
নৈষধৰ পতি নল ৰাজাৰ বণিতা ॥
নল ৰাজা ৰাজ্য ধন পাশাত হাৰিলা।
ভার্য্যা সঙ্গে লই ৰাজা অৰণ্যে পশিলা ॥
বার্ত্তা শুনি শোকাতুৰ বিদর্ভ ৰাজন।
দেশ দেশান্তৰে পাঠাই যত বিপ্রগণ ॥
মোৰ ভাগ্যে তযু গৃহে আক দেখা পাইলো।
ভ্রুবৰ মধ্যত তিল দেখিয়া চিনিলো ॥
এত শুনি ৰাজমাও আসি আগ বাঢ়ি।
কোলাত ভৈমীক লৈয়া বোলে কৰি হৰি ॥

এতকাল ছদ্ম করি আছা মোৰ ঘৰে ।
পৰিচয় কিয় আই নিদিলাহা মোৰে ॥
তোমাৰ জননী হোৱে মোৰ সহোদৰা ।
সুদাম ৰাজাৰ কন্যা বাই ভণী মোৰা ॥
আপোনাৰ বুলি জানা এহি ৰাজ্যধন ॥
এতবুলি বৈদৰ্ভীক কৰিলা চুম্বন ।
শুনি দময়ন্তী তেবে প্ৰণাম কৰিলা ॥
বিনয় বচনে তাঙ্ক কহিবে লাগিলা ।
পিতৃ মাতৃ হীন দুটী পুত্ৰ কন্যা আছে ॥
জনক জননী মোৰ শোকে মৰিয়াছে ।
আজ্ঞা কৰা মাসি মোক কৰোহো গমন ।
শুনি ৰাজৰাণী আজ্ঞা দিলা তেতিক্ষণ ॥
দিব্য বস্ত্ৰ অলঙ্কাৰে কৰিয়া সুবেশ ।
দিব্য ৰথে তুলি পাঠাই দিলা নিজ দেশ ॥
সুদেৱ ব্ৰাহ্মণ সঙ্গে চলিলা তখন ।
আনন্দত ভাবে বিপ্ৰে পাইবো বহু ধন ॥
ভীম পত্নী শুনে গৃহে আসিল তনয়া ।
মুক্ত কেশে ধাইলা ৰাণী বিয়াকুল হৈয়া ॥
পিতৃ মাতৃ পুত্ৰ কন্যা কৰে সম্ভাষণ ।
বাৰ্ত্তা শুনি আসিলেক যত বন্ধুগণ ॥
এহি মতে ভীম সুতা পিতৃৰ ভৱনে ।
সন্তত দুখাৱে প্ৰাণ নলৰ বিহনে ॥

শয়নে সপোনে মনে নাহি কিছু সুখ।
বিৰলে বসিয়া ভৈমী নিত্যে কৰে শোক॥
বিৰহ অনল যাৰ হৃদয়ত জ্বলে।
নহৰে শীতল সেই চন্দন ঢালিলে॥
বিদৰ্ভত বঞ্চে ভৈমী নাহি সুখ শান্তি।
একদিনা মাতৃক মাতিলা দময়ন্তী॥
জীৱন্তুতে মৰা মই শুনা মাতৃ মোৰ।
কেৱলে আছয় দেহা কাৰণে নলৰ॥
অৰণ্যত তিন দিন ৰৈলো অনাহাৰে।
সুঁৱৰিলে সেহি কথা মোৰ প্ৰাণ যৰে॥
নিশ্চয় নলৰ যদি নপাওঁ উদ্দেশ।
অগ্নিৰ মাজত মই কৰিবো প্ৰবেশ॥
কন্যাৰ কথাত ৰাণী বিষাদিত হুয়া।
ৰজাক কহিলা দেবী কান্দিয়া কান্দিয়া॥
শুনা শুনা নৰপতি মোৰ নিবেদন।
নল বিনে দময়ন্তী ত্যজিবেক প্ৰাণ॥
দময়ন্তীৰ বিহনে মই মৰিবো নিশ্চয়।
এতেকাতে বিহিত কৰাহা মহাশয়॥
এত শুনি নৰপতি আনি বিপ্ৰগণ।
পুনৰ্ব্বাৰ দশো দিশে কৰিলা প্ৰেৰণ॥
তেবে দময়ন্তী দেবী মাতি দ্বিজগণে।
মৃদুস্বৰে কহে তাসম্বাৰ কাণে কাণে॥

নির্জ্জন বনত ফালি থৈয়া অৰ্দ্ধসাড়ী ।
কোন দোষে এড়ি গৈলা নিদ্ৰাতুৰা নাৰী ॥
যেই দেশে যেই গ্ৰামে কৰিবা গমন ।
এই কথা জিজ্ঞাসিবা প্ৰতি জনে জন ॥
ইয়াৰ উত্তৰ যদি দিয়ে কোন জন ।
শীঘ্ৰে আসি মোক তেবে কহিবা কথন ॥
নলৰ সম্বাদ মোক যিবা আনি দিব ।
নিশ্চয়ে জানিবা সেই ভৈমীক কিনিব ॥
এত শুনি বিপ্ৰগণ কৰিলা গমন ।
বহু-দেশ ভ্ৰমি কৰে নলে অন্বেষণ ॥

——:0:——

## নলৰ উদ্দেশ ।

পৰ্ণাদ নামেৰে এক ব্ৰাহ্মণ কোৱঁৰ ।
আসি বৈদৰ্ভীক তেবে কহে সমাচাৰ ॥
দ্বিজ বোলে শুনা আই বচন আমাৰ ।
নানা দেশ দেশান্তৰে ভ্ৰমিলো অপাৰ ॥
শেষত কৰিলো মই অযোধ্যাত গতি ।
ঋতুপৰ্ণ ৰাজা তৈত ধৰ্ম্মে যাৰ ৰতি ॥
যি দৰে বুলিলা তুমি কহিলো ৰাজাক ।
উত্তৰ নিদিলা ৰাজা পাত্ৰ মিত্ৰ ৰাক ॥

বাহুক নামত এক ৰাজাৰ সাৰথী ।
অগ্নি বিনে পাক কৰে বিকৃতি আকৃতি ॥
মোৰ কথা শুনি সেহি কৰিল ক্রন্দন ।
কুশল তোমাৰ জিজ্ঞাসিল পুনঃ পুনঃ ॥
পাছে মোক মাতি সেই কৰিলা উত্তৰ ।
কুল স্ত্রীৰ ধৰ্ম্ম এহি শুনা দ্বিজবৰ ॥
সতী সাধ্বী পতিব্রতা নাৰী যেই জনী ।
প্রাণান্তে স্বামীৰ দোষ গুপ্তে ৰাখে ধনী ॥
মূৰ্খ কিম্বা ধন হীন হোৱে যদি পতি ।
অধৰ্ম্ম অন্যায় কৰ্ম্ম কৰে নিতি নিতি ॥
সতী পত্নী পতি দোষ নধৰে আপোনে ।
পতিৰ দোষক ৰাখে অতি সঙ্গোপনে ॥
তাৰ এই বাক্য শুনি আইলো শীঘ্রগতি ।
উপায় কৰাহা আবে যিহৱে যুগুতি ॥
এত শুনি দময়ন্তী বিষণ্ণ বদন ।
জননীক গৈয়া কহিলন্ত বিবৰণ ॥
শুনাহা জননী ধৰো চৰণে তোমাৰ ।
সুদেৱ ব্রাহ্মণে তুমি মাতাহা এবাৰ ॥

———:0:———

# ঋতুপর্ণৰ বিদৰ্ভ-যাত্ৰা আৰু নলৰ কলি-ত্যাগ ।

পৰ্ণাদক দিলা বহুধন সোণ গ্ৰাম ।
নিজ গৃহে গৈয়া বিপ্ৰে কৰিলা বিশ্ৰাম ॥
সুদেৱক মাতি ভৈমী বুলিলা বচন ।
অযোধ্যা ৰাজ্যত প্ৰভু কৰাহা গমন ॥
এহি পত্ৰ লৈয়া তুমি যাহা এতিক্ষণ ।
পত্ৰ দিয়া ঋতুপৰ্ণে বুলিবা বচন ॥
দময়ন্তী ইচ্ছিল দ্বিতীয় স্বয়ম্বৰ ।
যত ৰাজাগণ গৈলা বিদৰ্ভ নগৰ ॥
বহুদিন ভৈল স্বয়ম্বৰৰ আৰম্ভ ।
যদি ইচ্ছা থাকে যাহা নকৰা বিলম্ব ॥
যদি বোলে নলে তাই কৰিলে বৰণ ।
বোলা কৈত গৈল নল নাহিকে সন্ধান ॥
মৰিলে কি জীলে নল নপাই বাৰতা ।
অন্য পতি ইচ্ছা কৰে তাহান বনিতা ॥
আজি ৰাতি প্ৰভাততে হুইব স্বয়ম্বৰ ।
এতেকতে শীঘ্ৰে তুমি যাহাঁ নৃপবৰ ॥
এত শুনি পত্ৰ লৈয়া চলে দ্বিজবৰ ।
কত দিনে উপনীত অযোধ্যা নগৰ ॥

ৰাজাৰ হাতত বিপ্ৰ পত্ৰ খানি দিলা।
পত্ৰ পঢ়ি নৰপতি বিয়াকুল ভৈলা॥
বাহুকক সম্বোধি বুলিলা ৰাজা বাণী।
শুনাহা বাহুক সাৰথিৰ শিৰোমণি॥
আজি ৰাত্ৰি প্ৰভাততে ভৈমী কামাতুৰা।
ভজিবেক অন্য পতি কৰি স্বয়ম্বৰা॥
প্ৰভাততে উত্তৰিবো কৰাহা উপায়।
উত্তম সাৰথি তুমি কৰাহা সহায়॥
আজিৰ ভিতৰে যদি তৈত মোক নিবা।
নানা ৰত্ন অলঙ্কাৰ বহু বটা পাইবা॥
একেতো প্ৰিয়াৰ শোকে দহে কলেবৰ।
পুনৰপি শুনি নল হুব স্বয়ম্বৰ॥
শুণি ভাবি ৰাজা আতি ভৈলা চঞ্চলিত।
দময়ন্তী কৰে হেন কৰ্ম্ম কদাচিত॥
শোকে দুঃখে বিৰহে কাতৰ তাৰ প্ৰাণ।
শেল হেন বিন্ধে হিয়া হাৰাইল জ্ঞান॥
মুহুৰ্ত্তেকে ধৈৰ্য্য ধৰি কৰিলা ভাবনা।
নিশ্চয় জানিলো এহি মিছা প্ৰবঞ্চনা॥
সতী সাধ্বী দময়ন্তী অনুৰক্তা মোৰ।
কৰিছে উপায় হেন কাৰণে আমাৰ॥
এত মান চিন্তি ৰাজা কৰিলে উত্তৰ।
ৰাত্ৰিৰ ভিতৰে যাইবো বিদৰ্ভ নগৰ॥

নলৰ সাৰথি মই চলাইবো ৰথ ।
ছয় দণ্ডে যাইবো মই ছমাহৰ পথ ॥
শুনিয়া কহিলা ৰাজা মনত উল্লাস ।
বটা যিবা চাহা তুমি লোৱা মোৰ পাশ ॥
নল বোলে কাৰ্য্য যেবে কৰিবো তোমাৰ ।
পুৰস্কাৰ মাগি মই লৈবো আপোনাৰ ॥
এহি বুলি নল ৰাজা অশ্বশালে গৈলা ।
এক এক কৰি ঘোড়া সকলে দেখিলা ॥
ক্ষীণকায় সিন্ধুদেশী বাছি পাঞ্চো ঘোড়া ।
বাহিৰ কৰিয়া ৰাজা আনিলন্ত ত্বৰা ॥
ঘোড়া দেখি ঋতুপৰ্ণ অতি খঙ্গ মন ।
কটু বাক্যে বাহুকক বুলিলা বচন ॥
হাজাৰে হাজাৰে মোৰ আছে অশ্বগণ ।
বায়ুতো অধিক যাৰ ত্বৰিত গমন ॥
সেই সব ঘোড়া এড়ি দুৰ্ব্বল আনিলা ।
এতেকে জানিলো মোক উপহাস কৈলা ॥
বাহুক বুলিল যদি যাইবা ৰাজন ।
আমাৰ বচনে কৰা ৰথে আৰোহণ ॥
অতি দুঃখ মনে ৰাজা ৰথত উঠিলা ।
হাতী ঘোড়া সৈন্যগণ সঙ্গতে চলিলা ॥
বাহুক ডাকিলা ৰথ বিতোপন অতি ।
আকাশে উঠিলা ঘোড়া বায়ুসম গতি ॥

কৈন্ত বৈল হাতী ঘোড়া কৈত সেনাগণ ।
বিস্ময় মানিয়া ৰাজা গুণে মনে মন ॥
ইন্দ্ৰৰ মাতুলী বায়ু অশ্বিনী কুমাৰ ।
এহি সব বিনে হেন শক্তি আছে কাৰ ॥
মানুষৰ মধ্যে শক্তি ধৰে ৰাজা নল ।
নিশ্চয়ে বাহুক মোৰ নল মহাবল ॥
বলে বীৰ্য্যে দেখো আক সমান নলৰ ।
কেৱলে কুৎসিৎ ৰূপ বিভৎস আকাৰ ॥
ৰথত বসিয়া ৰাজা ভাবিছে অপাৰ ।
নানা দেশ নদ নদী হইলেক পাৰ ॥
হেনকালে নৃপতিৰ চেলেঙ্গ পড়িল ।
দেখি ৰাজা বাহুকক বচন বুলিল ॥
শুনাহা বাহুক ৰথ ৰাখা অশ্ব ধৰি ।
গাৱৰ চেলেঙ্গ মোৰ খসি গৈল পড়ি ॥
তুৰন্তে ৰাখিয়া ৰথ বাহুক বোলয় ।
পঞ্চ যোজনৰ দূৰে চেলেঙ্গ আছয় ॥
শুনি ঋতুপৰ্ণ ৰাজা বিস্ময় মানিলা ।
মই এক বিদ্যা জানো বাহুকে কহিলা ॥
গণনাত মোৰ সম নাহি অন্য জন ।
সম্মুখত যেই বৃক্ষ কৰা দৰিশন ॥
পঞ্চ কোটী পত্ৰ আছে দুই কোটী ফল ।
এতেক শুনিয়া মাত্রে মহাবীৰ নল ॥

হেন বিদ্যা নাই যিবা নাই মোৰ শিক্ষা ।
এতেকতে গণি চাই কৰিবো পৰীক্ষা ॥
ৰাজা বোলে চলা শীঘ্ৰে বিলম্ব নকৰা ।
প্ৰভাততে হুইবেক ভৈমী স্বয়ম্বৰা ॥
স্বয়ম্বৰ হন্তে যেবে আসিবো ঘুৰিয়া ।
মোৰ বিদ্যা তুমি তেবে বুঝিবা গণিয়া ॥
নল বোলে লইয়া যাইবো নকৰা সংশয় ।
ক্ষণেক বিলম্ব কৰা শুনা মহাশয় ॥
ফল পত্ৰ গণো মই এক এক কৰি ।
পশ্চাত লইয়া যাইবো বিদৰ্ভ নগৰী ॥
ৰাজা বোলে অযুগুত শুনো বাক্য তোৰ ।
মাসেক গণিলে তাৰ নপাইবা ওৰ ॥
নল বোলে তযু বাক্য আবে নাহি শুনো ।
বিদৰ্ভক পাছে যাইবো আগে মই গণো ॥
ৰথ হন্তে নামি ৰাজা গণিতে চলিলা ।
ব্যস্তচিত্ত ঋতুপৰ্ণ হাতত ধৰিলা ॥
ক্ষমা কৰাহে সাৰথি ধৰো তোৰ কৰ ।
শীঘ্ৰগতি চলা যাওঁ বিদৰ্ভ নগৰ ॥
হীৰা মণি মৰকত ৰাজ্য আদি ধন ।
যিবা লাগে দিবো মই স্বৰূপ বচন ॥
তিনি সত্য কাঢ়ি ৰাজা বোলে বাৰ বাৰ ।
শুনিয়া নৈষধ পাছে কৰিলা উত্তৰ ॥

নলে বোলে যদি এই মন্ত্রখানি পাওঁ ।
ক্ষণেকতে ৰথ লৈয়া বিদৰ্ভক যাওঁ ॥
এতেক শুনিয়া ৰাজা বাহুক কথন ।
ক্ষণেক ভাবিয়া তেবে বুলিলা বচন ॥
অশ্ব বিদ্যা মন্ত্র যদি তুমি দিয়া মোক ।
আমাৰ গণনা বিদ্যা শিখাইবোহো তোক ॥
সম্মত হুইলা নল কৰাইবে শিক্ষা ।
তেবে ঋতুপৰ্ণ স্থানে লইলেক দীক্ষা ॥
মহামন্ত্র দীক্ষা যদি লৈলা ৰাজা নল ।
শৰীৰত থাকি কলি হুইলা বিকল ॥
কৰ্কোটক বিষে জ্বৰা জ্বৰ কলেৱৰ ।
তাতে পুনঃ মহামন্ত্রে কৰিলা অস্থিৰ ॥
তেতিক্ষণে দেহা হন্তে হুইলা বাহিৰ ।
মুখত গৰল তাৰ কাম্পে কলেৱৰ ॥
কলিক দেখিয়া নল ক্রোধে কম্পে কায় ।
কেশে ধৰি তাঙ্ক তেবে মাটীত বষায় ॥
হাঁতে খড়্গ ধৰি ৰাজা চাহে কাটিবাক ।
থৰ থৰ কাম্পে কলি হুইলা অবাক ॥
কৃতাঞ্জলি কৰি কলি বোলে সবিনয় ।
নবধিবা মোক তুমি ৰাখা মহাশয় ॥
দময়ন্তী শাপত দগধ মোৰ অঙ্গ ।
তদুপৰি দহে মোক কৰ্কোট ভুজঙ্গ ॥

তোমাতো অধিক দুঃখ হইল আমাৰ।
এতেকতে ৰক্ষা কৰা নকৰা সংহাৰ॥
মই ঘোৰ কলি ৰাজা দিলো পৰিচয়।
ক্ৰূৰতা স্বভাৱ মোৰ ঘোৰ পাপময়॥
পাপাত্মা পৰৰ হিংসা ধৰ্ম্ম কৰো হত।
এহি মোৰ কৰ্ম্ম ৰাজা কহিলো তোমাত॥
নলে বোলেঁ বিবাদ নাহিক সঙ্গে তোৰ।
কি কাৰণে প্ৰবেশ কৰিলি দেহে মোৰ॥
কলি বোলে শুনা ৰাজা কৰোঁ নিবেদন।
তোমাক ভজিল ভৈমী এড়ি দেৱগণ॥
সেহি কথা শুনি মোৰ উপজিল কোপ।
সি কাৰণে ভুঞ্জাইলো এত দুঃখ তাপ॥
তোমাৰ পশ্চাত থাকি দ্বাদশ বৰিষ।
ছিদ্ৰ পাই তযু দেহে কৰিলো প্ৰবেশ॥
যত মানে কষ্ট পাইলা আমি সে কাৰণ।
যিবা ইচ্ছা কৰা আবে লইলো শৰণ॥
ৰাজা বোলে সমুচিত ফল দিব পাৰো।
কিন্তু মই শৰণাগতক নাহি মাৰো॥
ইকাৰণে তোক মই ক্ষমো কলিবৰ।
হেন কৰ্ম্ম কদাচিতো নকৰ বৰ্ব্বৰ॥
সন্তুষ্ট হইয়া কলি কৰিলা উত্তৰ।
শুনা ৰাজা তোমাক দিলোহো এহিবৰ॥

যিবা জনে তযু কীৰ্ত্তি কৰিব শ্ৰৱণ ।
তাহাঙ্ক নিদিবো মই বাধা কদাচন ॥
কৰ্কোটক দময়ন্তী নল ঋতুপৰ্ণ ।
ইসবৰ নাম যিবা কৰিব কীৰ্ত্তন ॥
তাহাৰ পাশত মই নযাইবো কখন ।
কহিলো তোমাত ৰাজা স্বৰূপ বচন ॥
এহি শুনি কলিক এড়িলা নৰবৰ ।
ৰথত উঠিয়া গৈলা বিদৰ্ভ নগৰ ॥
ৰথ ডাকে নল ৰাজা নৈষধ ঈশ্বৰ ।
ক্ষণেকতে উপস্থিত বিদৰ্ভ নগৰ ॥
আকাশৰ পথে ৰথ কৰয় গৰ্জ্জন ।
বিদৰ্ভৰ প্ৰজাগণ কৰে নিৰীক্ষণ ॥
ৰথ শব্দ শুনি ভৈমী উশ মিশ কায় ।
আকাশত দেখি ৰথ মানিলা বিস্ময় ॥
নল বিনা আছে হেন কাহাৰ শকতি ।
নিশ্চয়ে জানিলোঁ মোৰ আইল প্ৰাণপতি ॥
গোসাঁনীৰ চৰণত যদি আছে ভক্তি ।
শ্ৰীদুৰ্গা নৱমী ব্ৰত কৰো যথাশক্তি ॥
কায়-মনো-বাক্যে যদি হওঁ মই সতী ।
নিশ্চয়ে পাইবো আজি মোৰ প্ৰাণপতি ॥
এই বুলি দময়ন্তী প্ৰাসাদত চড়ি ।
কুদ্ৰাক্ষৰ ছিদ্ৰে চাহে জুমাজুমি কৰি ॥

ৰথ হন্তে নামি ঋতুপর্ণ মহাবীৰ ।
সভা মধ্যে চলিয়া গৈলাহা ধীৰে ধীৰ ॥
নেদেখিয়া স্বয়ম্বৰ মানিলা বিস্ময় ।
কি কাৰ্য্য কৰিলো বুলি গুণে মহাশয় ॥
ঋতুপর্ণ ৰাজাক দেখিয়া ভীম ৰাজা ।
মহানন্দে মনে তাঙ্ক কৰাইলন্ত পূজা ॥
অযোধ্যাৰ নাথক বুলিলা ৰাজা বাক ।
আজি সুপ্রভাত মোৰ দেখিলো তোমাক ।
ভীম ৰাজা বোলে শুনা অযোধ্যাৰ পতি ॥
কি কাৰণে অকস্মাৎ আইলা মহামতি ।
তান বাক্য শুনি ৰাজা মানিলা বিস্ময় ॥
মিছা স্বয়ম্বৰ বুলি জানিলা নিশ্চয় ।
গুণি ভাবি ৰাজা তেবে বুলিলা বচন ।
আসিলোহো তোমাক কৰিবে সম্ভাষণ ॥
ভীম ৰাজা বোলে আজি কিনোভাগ্য মোৰ ।
আমাৰ পৰম বন্ধু ভৈলা অগ্রসৰ ॥
শ্রমযুক্ত আহা আজি বঞ্চা মোৰ ঘৰে ।
এহি বুলি দিবা বাসা দিলন্ত ৰাজাৰে ॥
সুমধুৰ খাদ্য বস্তু বিবিধ প্রকাৰ ।
যোগান দিলন্ত ৰাজা আনন্দে বিভোৰ ॥
নিযোজিলা দাস দাসী কৰে পৰিচৰ্য্যা ।
বিশ্রাম কৰিলা গৈয়া ঋতুপর্ণ ৰাজা ॥

ঘাস পানী দিয়া ঘোড়া করি পৰিপাটি।
অশ্বশালে প্রবেশিলা বাহুক সাৰথি॥
ঋতুপর্ণ সঙ্গে আসি সুদেব ব্রাহ্মণ।
শীঘ্র বেগে ভৈমী পাশে কৰিলা গমন॥
দময়ন্তী অগ্রে বিপ্রে কহে যোড় পাণী।
শুনা শুনা ৰাজকন্যা কহো মই বাণী॥
ঋতুপর্ণ ৰাজাৰ সাৰথি একজন।
পত্র পঢ়ি বহুমত কৰিলা ৰোদন॥
তোৰ কথা জিজ্ঞাসিল বিৰলে ডাকিয়া।
ৰাজ আজ্ঞা ক্রমে ৰথ আনিলা সাজিয়া॥
কিনো অশ্ব শিক্ষা তাৰ কিনো দ্রুতগতি।
ছয় দণ্ড কালে আসে তোমাৰ বসতি॥
বিপ্রৰ বচন শুনি ভৈমী কহে বাণী।
স্বৰূপ জানিলো সেহি নল নৃপমণি॥
অনুমানে বুঝে বিধি হুইলা সদয়।
বহু উপকাৰী তুমি ব্রাহ্মণ তনয়॥
এহি বুলি ব্রাহ্মণক দিলা বহু ধন।
হীৰা মণি মৰকত পোৱাল কাঞ্চন॥
পাট মেজাঙ্কৰি বস্ত্র দিলা বহুমত।
অদবিদ্র কৰি দান দিলা অপ্রমিত॥

———:0:———

দান পায়া দ্বিজবর হরষিত মন ।
আপোনার ঘরে বিপ্র করিল গমন ॥

## দময়ন্তীর মিলন ।

রাত্রি অবসানে তৈত ভীমর নন্দিনী ।
দাসীগণে সম্বোধিয়া বুলিলন্ত বাণী ॥
শুনা সাবধানে সখি আমার বচন ।
পরীক্ষা করিবে লাগে সুতর নন্দন ॥
সারথির ঘরে তোরা যাস এতিক্ষণে ।
তান আচরণ সবে দেখা সাবধানে ॥
আতি গুণবন্ত রাজা নৈষধ ঈশ্বর ।
পৃথিবীত নাহি কেহো তান সমসর ॥
রন্ধনে সক্ষম নল বিনে অগ্নি জল ।
ই বিদ্যা মহীত জানে নলেসে একল ॥
রন্ধন সামগ্রী মই পাঠাইবো সকল ।
কেরলে নেদিবো তাত অগ্নি আরু জল ॥
দেখো কেনে করি পাক করয় সিজন ।
বিনা অগ্নি জলে যদি করয় রন্ধন ॥
নিশ্চয় জানিবো নল নোহে অন্যজন ।
এতেকতে তোরা সবে দেখা এতিক্ষণ ॥
ভৈমীর ইঙ্গিত পাই যতেক লিগিরী ।
নলর সমীপে তারা গেলা ধাবি ধাবি ॥

দাসীগণে বোলে শুনা সাৰথি সুজন ।
ৰন্ধন সামগ্ৰী যত আছে আয়োজন ॥
ভালে খিনি বেলি হৈল বিলম্ব নকৰি ।
ৰন্ধন শালাত তুমি চলা শীঘ্ৰ কৰি ॥
দাসীৰ বচন শুনি নল মহামতি ।
অশ্বগণ পৰিচৰ্য্যা কৰি শীঘ্ৰগতি ॥
দাসীৰ লগত চলি গৈলাহা ত্বৰিত ।
ৰন্ধন গৃহত আসি ভৈলা উপনীত ॥
তৈল কুণ্ড গাৱে দিয়া স্নানক কৰিলা ।
ৰন্ধন সামগ্ৰী তেবে দেখিবে লাগিলা ॥
দেখিলা বিবিধ দ্ৰব্য আছে আয়োজন ।
জল পাত্ৰ আছে মাত্ৰ কিন্তু জল হীন ॥
খৰিখেৰ আছে দেখে নাহিকে অনল ।
শুদ্ধ চিত্তে আবাহন কৈলা ৰাজা নল ॥
জল পূৰ্ণ ভৈল কুম্ভ জ্বলিল ইন্ধন ।
মহানন্দে পাক ৰাজা কৰিলা তেখন ॥
বসিলা ভোজনে ৰাজা হৰষিত মনে ।
বিস্ময় মানিলা দেখি যত দাসীগণে ॥
দময়ন্তী আগে গই কহিলা বচন ।
শুনাহা ৰূপসী আই কৰো নিবেদন ॥
ইহেন আশ্চৰ্য্য কথা কৈতো নুশুনিলো ।
কিবা মন্ত্ৰ তন্ত্ৰ জানে ভাবিয়া নপাইলো ॥

কৈত পাইল অগ্নি আই কৈত পাইল জল ।
বিনা অগ্নি জলে সেই বান্ধিল সকল ॥
শুনিয়া ইসব কথা ভীমৰ নন্দিনী ।
জানিলা সদয় ভৈলা দেবী কাত্যায়নী ॥
আনন্দত মগ্ন হৈয়া ভৈলেক আকুল ।
জানিলা পাইবো আজি ৰতন অমূল ॥
কন্যা পুত্র দুজনক আনিয়া যতনে ।
পঠাইলা তেতিক্ষণে নল বিদ্যমানে ॥
ভোজন কৰিছে ৰাজা বসিয়া কৌতুকে ।
কন্যা পুত্র উপনীত তাহান সম্মুখে ॥
দেখিয়া পুত্রৰ মুখ নৃপতি অস্থিৰ ।
নেত্রৰ দুকুল তিতে বহি নেত্র নীৰ ॥
আদ্যোপান্ত সৰ্ব্ব দুঃখ ভৈলেক স্মৰণ ।
গদ্গদ্ ভৈলেক চিত্ত নোলাই বচন ॥
বিষাদত মগ্ন নল ভৈলেক চিন্তিত ।
ইহেন ৰতনে বিধি কৰিলা বঞ্চিত ॥
নাহিকে কিঞ্চিতো দুঃখ ভৈমী স্বৰম্বৰা ।
ইহেন পুত্রক পাই ভৈলো মই হাৰা ॥
মোৰ সম দুঃখী নাহি দেখো ত্রিভুবনে ।
আপুনি বঞ্চিত মই আপোনাৰ ধনে ॥
হাতৰ গৰাস তাৰ হাততে থাকিল ।
গুণি ভাবি ৰাজা আতি বিয়াকুল ভৈল ।

দুই চাৰি জনী মিলি ভৈমীৰ লিগিৰী।
কুন্দ্ৰাক্ষৰ জালে চায়ে জুমাজুমি কৰি॥
দাসীগণে দেখি অতি মানিয়া বিস্ময়।
ভৈমীৰ ওচৰে যাই ধীৰে ধীৰে কয়॥
অকাৰ্য্য ভৈলেক সখি শুনাহা বচন।
কন্যা পুত্ৰ দুটী যেবে দিলা দৰিশন॥
অস্থিৰ ভৈলেক সিটো চাহে ঘনে ঘন।
লোতক বহিয়া যায় বিচলিত মন॥
হাতৰ গৰাস তাৰ হাততে থাকিলা।
এক দৃষ্টে চাহি সেহি নিৰলে ৰহিলা॥

———:0:———

ছবি।

শুনিয়া সখীৰ বাণী, পুলকিত দেহাখানি,
নিশ্চয়ে জানিলা ৰাজা নল।
অতি অপৰূপ ৰূপ, উথলিল কাম কুপ,
কামতে ভৈলেক উত্ৰাৱল॥
বসনে বদন ঢাকি, ঢুলু ঢুলু দুটী আঁখি,
ধীৰে ধীৰে কৰিলা গমন।
নলৰ সমীপে যাই, কোকিলৰ ৰাও প্ৰাই,
দময়ন্তী লগাইলেক মাত॥
কপট কান্দোন নয়, দেখো আজি মহাশয়,
নকান্দা নকান্দা আৰু আত।

যৈসানি অৰণ্যচাৰী, একাকিনী সঙ্গে নাৰী,
ত্যজিলা তখন এড়ি স্নেহ ।
দেখিয়া পুত্ৰৰ মুখ, আজি দেখো ভৈল দুঃখ,
মেঢ়াই ধৰিলে মায়া মোহ ॥
বিনা নল পুণ্য শ্লোক, পৃথিবীৰ অন্য লোক,
কেওঁৱে নকৰিলে কৰ্ম্ম হেন ।
পুত্ৰৱতী অনুৰক্তা, সততে পতিত ভক্তা,
দোষ ন কৰয় কদাচন ॥
ইন্দ্ৰ আদি দেৱগণে, ত্যজিয়া অক্ষুণ্ন মনে,
বৰিলে সভাত যি জনক ।
কি দোষত দেখি দোষী, ত্যজিলে অৰণ্যে পশি,
দয়া মায়া এড়িয়া সবাক ॥
ভোক পিয়াসাতে ক্লান্ত, পথশ্ৰম অবিৰত,
বন্য জন্তু আছিল অপাৰ ।
জানিলোহো পৰিচয়, নকান্দাহা মহাশয়,
পুৰুষ নিষ্ঠুৰ অতি ঘোৰ ॥
দ্বিজ পূৰ্ণ কান্তে বোলে, অভয়াৰ পদতলে,
থাকে যেন সদা মন মোৰ ।
দময়ন্তী বাক্য শুনি, লাজে বোলে নৃপমণি,
পালে কোনে এড়ে এনে তিৰী ।
ৰাজ্য নষ্ট লক্ষ্মী ভ্ৰষ্ট, কৰিলন্ত যেই দুষ্ট,
কৰালে বিচ্ছেদ সেই ধৰি ॥

তোমাক এড়িয়া বনে,　　দেখা দেখা চন্দ্ৰাননে,
অস্থি চৰ্ম্ম আছে মাত্ৰ প্ৰাণ ।
তথাপি নগৈল প্ৰাণ,　　দেখা মোক সিকাৰণ,
সুবুজিয়া মাৰা বাক্যবান ॥
কলিয়ে এড়িলে মোক,　　এড়া তুমি পূৰ্ব্ব শোক,
ক্ষমা কৰা যোড়ো দুই কৰ ।
যবা নাৰী পতিব্ৰতা,　　নধৰে স্বা কথা,
সহে যত্ন কৰে অনাচাৰ ॥
আক শুনিলোহো বাৰ্ত্তা,　　ভজিবাহা অন্য ভৰ্ত্তা,
বুলিলে তোমাৰ দ্বিজবৰ ।
ৰাজ্যে ৰাজ্যে গৈল দূত,　　কথা অতি অদ্ভুত,
ভৈমীৰ দ্বিতীয় স্বয়ম্বৰ ॥
ঋতুপৰ্ণ বাৰ্ত্তা শুনি,　　আসিয়াছে মহামানী,
কাক ভাল দেখাহা নয়নে ।
ইহেন কুৎসিত কৰ্ম্ম,　　ৰাজবংশে লই জন্ম,
পূৰ্ব্বাপৰে কৰিয়াছে কোনে ॥
জীৰ্ণ বস্ত্ৰ পৰিহৰি,　　পিন্ধা লয় লাস কৰি,
সুন্দৰ নূতন বস্ত্ৰ দেখি ।
এতেক বুলিয়া নল,　　নিচুকি অপেক্ষি ৰৈল,
দময়ন্তী মুখক নিৰখি ॥
শুনিয়া স্বামীৰ বাণী,　　যুড়িয়া যুগল পাণী,
দময়ন্তী বোলে সবিনয় ।

তযু হেতু মহাৰাজ, ত্যজিলোহো কুললাজ,
ত্যজিলোহো গুৰুজন, ভয় ॥
পূৰ্ব্বে তযু অন্বেষণে, পাঠাইলোহো দ্বিজগণে,
পৰ্ণাদ কহিলা সমাচাৰ ।
সি কাৰণে মনে গুণি, পঠাওঁ অযোধ্যা ভুমি,
কৈত কাকো ন পঠালো আৰ ॥
কায় বাক্য দেহ প্ৰাণে, তোমা বিনা অন্যজনে,
নিচিন্তোহো শয়নে সপোনে ।
যদি কৰা পাপ জ্ঞান, তোমাৰ সম্মুখে প্ৰাণ,
ত্যজো আজি দেখা বিদ্যমানে ॥
চন্দ্ৰ সূৰ্য্য বায়ু সাক্ষী, ধৰ্ম্মক আছো অপেক্ষি,
নাহি মোৰ মনে পাপ লেশ ।
পতিব্ৰতা ধৰ্ম্ম ধৰি, তযু পদ ধ্যান কৰি,
আছো আৰে নকৰিবা ৰোষ ॥
সতীৰ কাৰুণ্য দেখি, দেৱগণ ভৈল দুঃখী,
আকাশত বুলিলন্ত বাণী ।
শুনা নল মহামতি, ভৈমী সতী সাধ্বী অতি,
সম্বৰাহা পতিব্ৰতা জানি ॥
ত্যজা ৰাজা মনস্তাপ, ভৈমীৰ নাহিক পাপ,
ৰাখিয়াছে পৱন দেৱতা ।
আকাশত দৈববাণী, শুনি নল নৃপমণি,
খণ্ডিল মনৰ যত চিন্তা ॥

———:0:———

# নল দময়ন্তীৰ মিলন আৰু ৰাজ্যলৈ পুনৰ আগমন।

তেবে নল মহামতি অতি হৃষ্ট মনে।
কোলাত বৈসাই মুখ চুম্বে ঘনে ঘনে॥
দুয়ো দুজনৰ দুঃখ কহিলা শুনিলা।
হেনমতে মহানন্দে ৰজনী পুহাইলা॥
প্ৰভাততে উঠি নল স্নানাহ্নিক কৰি।
শ্বশুৰ সমীপে গৈয়া নমে ভূমে পৰি॥
জামাতাক দেখি ৰাজা আনন্দ অপাৰ।
আলিঙ্গন চুম্বন কৰিলা বাৰম্বাৰ॥
ভীমে বোলে শুনা বাপ আমাৰ বচন।
তোমাৰ বুলিয়া জানা মোৰ ৰাজ্যধন॥
গৈল তযু ৰাজ্য তাত দুঃখ নকৰিবা।
মোৰ ৰাজ্যে থাকি তুমি ৰাজত্ব ভুঞ্জিবা॥
ঋতুপৰ্ণ শুনিলন্ত সব সমাচাৰ।
জানিল যে নল ৰাজা সাৰথি আমাৰ॥
দময়ন্তী প্ৰত্যাশা এড়িয়া নৰবৰ।
শীঘ্ৰগতি গৈলা যৈত নৈষধ ঈশ্বৰ॥
ঋতুপৰ্ণ বোলে ভাগ্য আছিল যে মোৰ।
সি কাৰণে মিলন ভৈলেক দোহাকাৰ॥

অজ্ঞাতৰ দোষ যত ক্ষমিও আমাক ।
শুনিয়া নৈষধ তেবে বুলিলন্ত বাক ॥
কলিত আচ্ছন্ন মতি হুয়া নিৰাশ্ৰয় ।
সুখতে বঞ্চিলো মই তোমাৰ আলয় ॥
বিপদৰ বন্ধু তুমি অযোধ্যাৰ পঁতি ।
তুমি সে পৰম বন্ধু জানিলো সম্প্ৰতি ॥
সুখে নিজ ৰাজ্যে সখা কৰাহা গমন ।
এহি বুলি নল ৰাজা কৈলা আলিঙ্গন ॥
আলিঙ্গন আহ্লাদ লভিয়া নৰপতি ।
ৰথত চড়িয়া দেশে গৈলা শীঘ্ৰগতি ॥
তেবে নল নৰপতি বোলে শ্বশুৰক ।
দিওক অনুজ্ঞা মই যাওঁ স্বদেশক ॥
জামাইৰ বচন শুনি বিদৰ্ভ ঈশ্বৰ ।
হাতি ঘোড়া ৰথ ৰথী দিলা বহুতৰ ॥
পদাতিক সৈন্য ৰাজা দিলন্ত অপাৰ ।
নিজ ৰাজ্যে আইল নল শুনিলা পুষ্কৰ ॥
নলক এৰিয়া কলি গৈয়া নৈষধক ।
নিৰ্জ্জনে বুলিলা বাণী ৰাজা পুস্কৰক ॥
এতদিনে নল দেহে ভোগ অবসান ।
আপুনি ৰাখাহা তুমি আপোনাৰ নাম ॥
এহি বুলি কলিবৰ ভৈলাহা অন্তৰ ।
শুনি ভাবি ধাতু উড়ি গৈল পুষ্কৰৰ ॥

কিবা কৰো কৈক যাওঁ ভাবিয়া নপাও ।
শৰণ লৈবাক মই কাৰ গুৰি যাওঁ ॥
এত চিন্তি সিংহাসন ত্যজিলা পুষ্কৰ ।
আগ বাঢ়ি আসি নলে ভেণ্টিলা সত্বৰ ॥
গল বস্ত্ৰ দুই তেবে যুড়ি দুই কৰ ।
চৰণৰ তলে পড়ি কান্দিলা বিস্তৰ ॥
দয়াৰ সাগৰ নল দেখিয়া ভ্ৰাতৃক ।
কৰিলা অভয় দান এড়িয়া ক্ৰোধক ॥
দুই ভাই আলিঙ্গন কৰিলা কৌতুক ।
শুনিয়া সকল প্ৰজা ভাবে মহা সুখ ॥
পুষ্কৰক দিলা ৰাজা কিছু অধিকাৰ ।
আপুনি বসিল ৰাজা পাটে আপোনাৰ ॥
ধৰ্ম্মৰ বিচাৰ কৰি পালে প্ৰজাগণ ।
দুষ্টক দমিয়া কৰে শিষ্টক পালন ॥
ধৰি বান্ধি চোৰ চণ্ডালক কৰে দণ্ড ।
বাহুবলে শাসে ৰাজা প্ৰতাপ প্ৰচণ্ড ॥
ৰাজাৰ ভয়ত কেওঁৱে নকৰে কুকৰ্ম্ম ।
সদাচাৰী ভৈল প্ৰজা এড়িল অধৰ্ম্ম ॥
শ্ৰাদ্ধ হোম ব্ৰত যজ্ঞ কৰে প্ৰজাগণ ।
ৰাম ৰাজ্য প্ৰায় সুখ ভুঞ্জে সৰ্ব্বজন ॥
শস্য পূৰ্ণা বসুন্ধৰা নলৰ ৰাজ্যত ।
দূৰ ভৈলা ৰোগ শোক দুঃখ তাপ যত ॥

———:0:———

# নল দময়ন্তীৰ স্বৰ্গাৰোহণ ।

কুবেৰ ঘৰিণী জ্বলে পুত্ৰশোকে তৈত ।
নিত্যে নিত্যে মহামায়া পূজে যথোচিত ॥
প্ৰসন্না হইয়া দেবী বুলিলা বচন ।
নকান্দা কুবেৰ পত্নী স্থিৰ কৰা মন ॥
জয়ৎসেন পুত্ৰ তোৰ আসিব সত্বৰ ।
শাপ অবসান ভৈল নাহি চিন্তা আৰ ।
ৰাত্ৰি শেষভাগে ৰাজা শুতিয়া আসন্ত ।
দিব্য কন্যা ৰূপ ধৰি ৰাজাক মাতন্ত ॥
উঠ উঠ ৰাজা আৰু কত নিদ্ৰা যাস ।
আমি কাত্যায়নী আবে চক্ষু মেলি চাস ॥
আৰু কত কাল তুমি বঞ্চিবাহা ক্ষিতী ।
প্ৰভাততে যাব লাগে কুবেৰ বসতি ॥
কুবেৰৰ পুত্ৰ তুমি শিৱ অভিশাপে ।
স্বৰ্গভ্ৰষ্ট হুই আসি আছা মহা তাপে ॥
পূৰ্ব্ব কথা স্মৰণ কৰাইলোঁ নিৰন্তৰে ।
তোমাৰ জননী সদা শোকে পুড়ি মৰে ॥
সপোন দেখিয়া নল ভৈলা চঞ্চলিত ।
প্ৰভাততে উঠি ডকাই আনে পাত্ৰ মিত্ৰ
ইন্দ্ৰসেন পুত্ৰক কৰিলা অভিষেক ।
মহানন্দে নাচে গাৱে যত প্ৰজা জাক ॥

ধন সোণ হাতী ঘোড়া কৰিলন্ত দান ।
অদৰিদ্ৰ কৰিলা নৈষধ ৰাজ্য খান ॥
নিজ পুত্ৰে ৰাজা পাতি নল মহামতি ।
দেহা এড়ি গৈলা স্বৰ্গে ভাৰ্য্যাৰ সংহতি ॥
পুত্ৰ বোহাৰীক পাই কুবেৰ ঘৰিণী ।
মহানন্দে পুলকিত ভৈলেক আপুনি ॥
নলৰ চৰিত্ৰ জানা অপূৰ্ব্ব কথন ।
যিবা পঢ়ে যিবা শুনে নল উপাখ্যান ॥
ধনে ধান্যে পুত্ৰে পৌত্ৰে বাঢ়ে অনুক্ষণ ।
কলি ভয় খণ্ডে তাৰ বাঢ়য় সন্মান ॥
যাৰ ঘৰে থাকে এহি নলৰ চৰিত্ৰ ।
লক্ষ্মী সঙ্গে নাৰায়ণ সদা বঞ্চে তৈত ॥
অগ্নি ভয় জ্বৰ চোৰ ভয় মৃত্যু ভয় ।
পা প তাপ শোক দুঃখ সব হয় ক্ষয় ॥
ৰাজদণ্ড যমদণ্ড অকাল মৰণ ।
ভূত প্ৰেত ক্ষেত্ৰপাল গন্ধৰ্ব্ব চাৰণ ॥
নলৰ চৰিত্ৰ পুথি থাকে যাৰ ঘৰে ।
ইসকল পীড়া তাঙ্ক ধৰিবে ন পাৰে ॥
বন্ধ্যানাৰী পুত্ৰ পাৱে একান্তে শুনিলে ।
জ্ঞান বৃদ্ধি বল বৃদ্ধি হোৱে চিৰকালে ॥
নৃপতিৰ বাঢ়ে ৰাজ্য ব্ৰাহ্মণৰ জ্ঞান ।
যাৰ যেই বাঞ্চা সিদ্ধি হোৱে অনুক্ষণ ॥

# লিখোতাৰ পৰিচয় ।

কৃষ্ণাত্রেয় নামে ঋষি জগতে বিদিত ।
কৃষ্ণাত্রেয়াত্রেয় ত্রি প্রবৰ সুবিখ্যাত ॥
তাহান গোত্রজ কৃষ্ণচৰণ সুধীৰ
ভৈলাহা হৃদয়ানন্দ তান পুত্রবৰ ॥
জয়ানন্দ তান পুত্র দেখন্তে সুন্দৰ ।
শ্রীনাথ তাহান পুত্র আতি সদাচাৰ ॥
তান পুত্র সুৰেশ্বৰ সৰ্ব্বত্র বিখ্যাত ।
জ্ঞানী দানী ধৰ্ম্মৱন্ত বিদ্যাত পাৰ্গত ॥
গৌৰী সাগৰ দেৱালয়ে সদা পূজা কৰে ।
মহাৰাজা বহুবৃত্তি দিলন্ত তাহাৰে ॥
যৈসানি ইংৰাজ আসি ৰাজ্যক গ্রাসিলা ।
দেৱালয় হন্তে তান বৃত্তি ছেদ ভৈলা ॥
ব্রাহ্মণ পুখুৰী গ্রাম ঝাঁঝি নদী তীৰ ।
সেহি স্থানে ঘৰ বাড়ী কৰিলা সুধীৰ ॥
গর্গ গোত্রে জনম গোপাল বিপ্রবৰ ।
প্ৰবাণ তাহান পুত্ৰ দেখন্তে সুন্দৰ ॥
তনুৰাম তান পুত্ৰ সৰ্ব্বশাস্ত্র জ্ঞাতা ।
তাহাৰ নন্দিনী ভদ্রা ৰূপ গুণ যুতা ॥
জ্ঞানবান সুৰেশ্বৰে কৈলা পৰিণয় ।
উমাকান্ত নামে তান ভৈলেক তনয় ॥

পৰাশৰ নামে ঋষি বিখ্যাত সংসাৰে ।
মুৰাৰী নামতে বিপ্র ভৈলা তান ঘৰে ॥
ভৱদেৱ তান পুত্র শাস্ত্রত পাৰ্গত ।
তান হন্তে ৰামদেৱ ভৈলাহা বেকত ॥
কৃষ্ণদেৱ বিপ্রবৰ তাহান সন্ততি ।
তাহান তনয়া পদ্মা আতি গুণৱতী ॥
পৰিণয় কৈলা উমাকান্ত জ্ঞানবান ।
সেহি বিবাহৰ ফল মই অভাজন ॥
পূৰ্ণকান্ত নাম মোৰ আতি মূঢ়মতি ।
শ্রীকৃষ্ণ চৰণ বন্দি ভণো পদপুথি ॥
ৰূদ্র পৃষ্ঠে বসুবিধু ধৰিয়া যতনে ।
আশ্বিন মাসৰ উনবিংশ দিন মানে ॥
ভাৰ্গৱ বাসৰে যেবে দিন অৱসান ।
শৰতৰ বিজয়া যে দশমীৰ দিন ॥
লিখন সমাপ্তি ভৈল নল উপাখ্যান ।
বোলা ৰামকৃষ্ণ পাপ হওক নিৰ্য্যাণ ॥

——:0:——

## বন্দনা ।

মৎস্য ৰূপ ধাৰ, সাগৰত পৰি ;
উদ্ধাৰিলা বেদ চাৰি ।
ধৰি কুৰ্ম্মৰূপ, অপৰূপ ৰূপ;
ধৰিলা মন্দৰ গিৰি ॥

দৈবকীত জাত, ভৈলা তুমি তাত;
বাসুদেৱ নাম ধৰি ।
মূৰতি শূকৰ, তুমি দামোদৰ;
ভৈলা প্ৰভু দেৱ হৰি ।
দন্তত ধৰিয়া, প্ৰকাশিয়া মায়া;
পৃথিৱী দিলা উদ্ধাৰি ॥
নৰসিংহ ৰূপে, জগতৰ বাপে;
বধিলা হিৰণ্য বীৰ ।
প্ৰহ্লাদে অভয়, দিলা দয়াময়;
দেৱক কৰিলা স্থিৰ ॥
হুইয়া বামন, দেৱ নাৰায়ণ;
বেদত ভৈলা পাৰ্গতি ।
বলিক ছলিয়া, পাতালে স্থাপিয়া;
ৰাখিলা ইন্দ্ৰে স্বৰ্গত ॥
দগ্নি সুত, পৰশু কন্ধত;
ধৰিয়া দেৱ মুৰাৰী ।
একবিংশ বাৰ, পৃথিবীৰ ভাৰ;
হৰিলা ক্ষত্ৰিয় মাৰি ॥
দশৰথ ঘৰে, দেৱ দামোদৰে;
অৱতাৰ ভৈলা আসি ।
বধিয়া ৰাৱণ, ভাই কুম্ভকৰ্ণ;
ৰাখিলা স্বৰ্গ নিবাসী ॥

কিৰীটি কুণ্ডল, কৰে জ্বল মল;
কোটী সূৰ্য্য জিনি তেজ ॥
বধিয়া কংশক, তুষিলা দেৱক;
ধৰি গোবৰ্দ্ধন গিৰি ॥
বুদ্ধ ৰূপ ধৰি, তুমি দেৱ হৰি;
ভক্তক কৈলা উদ্ধাৰ।
কল্কিৰূপে তুমি, অবতৰি ভুমি;
ম্লেচ্ছৰ চিন্তিবা মাৰ ॥
ম অকিঞ্চন, কৰা কৃপা দান;
ব্ৰহ্মৰূপী সনাতন।
নমাগোহোঁ আন, শ্ৰীচৰণে স্থান;
দিয়া মোক ভগৱান ॥
নবীন নীৰদ, শ্যাম কলেৱৰ;
নিলেন্দীবৰ লোচন।
বল্লবী নন্দন, জগত কাৰণ;
গোপালে কৰো বন্দন ॥
গলে বন মালা, বক্ষত কৌস্তুভ;
হাতত মোহন বাঁশী।
মূৰতি সুবেশ, দেৱ হৃষীকেশ;
সদাই আছন্ত হাসি ॥
ত্ৰিভঙ্গ ভঙ্গিমা, অনন্ত মহিমা;
আজানু লম্বিত ভুজ।

শ্রীদাম সুদাম, গোপাল নন্দন;
সঙ্গত ফুৰে সদাই।
লইয়া গোবৃন্দ, চলন্তে গোবিন্দ;
বাস্ত বংশী যদুৰাই॥
বৃন্দাবন মাঝে, গোপালৰ সাজে;
সুখে গৰু চাৰি ফুৰে।
হেন হৰিনাম, এড়ি আন কাম;
বোলা মুখে সৰ্ব্ব নৰে॥

